# বিভিন্ন নৰক

( দাৰিদ্ৰ্যৰ বিষয়ে কেইখনমান ৰচনা )

হোমেন বৰগোহাঞি

মিত্ৰ এজেন্সি এণ্ড কোং
তিনিচুকীয়া : অসম

: প্ৰকাশক :

॥ শ্ৰীনবেন্দ্ৰ নাথ দাস ॥

মিত্ৰ এজেঞ্চি এণ্ড কোং

তিনিচুকীয়া, অসম

: প্ৰচ্ছদপট আৰু ব্যঙ্গচিত্ৰ :

॥ চণ্ডী লাহিড়ী ॥

কলিকতা

: চিত্ৰ কথা :

॥ বত্ন ওজা ॥

: মুদ্ৰক :

॥ শ্ৰীকমলাকান্ত ভট্টাচাৰ্য্য ॥

ঠাকুৰ প্ৰেছ

১২৪ নং অৰবিন্দ সৰণি ( গ্ৰে ষ্ট্ৰীট )

কলিকতা-৬

: প্ৰথম প্ৰকাশ :

॥ জুলাই, ১৯৬৬ চন ॥

**তিনি টকা পঁচিশ পইচা**

উৎসৰ্গ

দেউতালৈ

*The golf links lie so near the mill*
*That almost every day*
*The laboring children can look out*
*And see the men at play.*

**—Sarah N. Cleghorn.**

# ॥ এজনী তিৰোতা ॥

চহৰৰ ফুটপাথত বহি আছে এজনী তিৰোতা,
কাষত এটি অৰ্দ্ধ-মৃত শিশু।
সন্ন্যাসীৰ জঁটৰ দৰে তাইৰ মূৰৰ চুলি,
আজন্ম অস্নাত দেহত বহু যুগৰ ময়লা, ৰক্ত আৰু ঘাম,
আৰু ভয়ঙ্কৰ অপাপ-বিদ্ধ নগ্নতা,
আৰু দৃষ্টিত তাইৰ হিম-শীতল শূন্যতা।
তাই বহি আছে তাত যুগৰ পিছত যুগ
সভ্যতাৰ মৰুভূমিত স্ফীংক্সৰ দৰে—
আৰু তাইৰ কাষত এটি শিশু।

দুৰ্ব্বাৰ গতিৰে পাৰ হৈ যায় তাইৰ কাষেদি
সভ্যতাৰ বিচিত্ৰ জয়-ৰথ ;
ধূলি উৰে, ধূলিয়ে পুতি পেলায় তাইৰ ক্ষুদ্ৰ দেহ,
আৰু উৎক্ষিপ্ত শিলৰ আঘাতত
চিৎকাৰ কৰি উঠে তাই ; কিন্তু শব্দৰ সমুদ্ৰত—
যন্ত্ৰৰ নিৰ্ঘোষ, ষ্টক্ এক্সচেঞ্জৰ কলৰৱ,
বল-ৰুমৰ জাজ্, ময়দানত বক্তৃতা—
শব্দৰ এই অপাৰ অন্তহীন তৰঙ্গ-মুখৰ সমুদ্ৰত
ক্ষুদ্ৰ এটি ঢৌৰ দৰে লীন হৈ যায় তাইৰ চিৎকাৰ।

ব্যস্ত পৃথিবী ; ঘূৰি চাবলৈ সময় নাই কাৰো
তাইৰ মুখৰ ফালে ; আৰু কি তাইৰ পৰিচয় ?
ৰাস্তাৰ দাঁতিত ভিক্ষাৰ হাত পাতি বহি থকা
তাই এটা নগ্ন, বীভৎস, জীৱন্ত কঙ্কাল।
অৰ্দ্ধ-মৃত কুকুৰ কিম্বা বিবৰ্ণ লেম্প-পোষ্টৰ দৰে
তায়ো এই চহৰৰ শতাব্দী-প্ৰাচীন এটি পৰিচিত দৃশ্য।
বহু যুগ, বহু শতাব্দী স্থাণুৰ দৰে বহি আছে তাই,
আৰু অবিৰাম গতিৰে চলি থাকে সভ্যতাৰ কল—
ষ্টক্ এক্সচেঞ্জত কলৰৱ, ময়দানত বক্তৃতা,
মন্দিৰত আৰতিৰ শঙ্খ-ধ্বনি।

কিন্তু এদিন সময় আহিব, সময় আহিব তাইৰ
মুখা-মুখি হোৱাৰ। সভ্যতাৰ মৰুভূমিত স্ফীংক্সৰ দৰে
তাই প্ৰশ্ন কৰিব তোমালোকক এটা এটাকৈ :
বহু যুগৰ অব্যাখ্যাত অগ্নি-গৰ্ভ সেই প্ৰশ্ন—
আৰু তাই এটা এটাকৈ ভক্ষণ কৰিব সিহঁতক
যিবোৰৰ নাই কোনো উত্তৰ।



## ॥ চোৰ ॥

কিছুমান অভিজ্ঞতা আছে যিবোৰ কেৱল অনুভূতি-জ্ঞাত। অনুভূতিক সকলো সময়তে শব্দত ৰূপ দিয়া সম্ভৱ নহয়। মই ইয়াত এনে এটা অনুভূতিৰ কথা কব খুজিছোঁ, যিটোক শ্ৰোতাৰ অনুভূতি-গ্ৰাহ্য কৰিবলৈ যথোচিত শব্দ-জ্ঞান মোৰ নাই। গতিকে সেই ভয়ঙ্কৰ অভিজ্ঞতাৰ সম্মুখীন হোৱাৰ আগতে এখন তুচ্ছ গাৰ্হস্থ্য-নাটকৰ কৌতুক দৃশ্যত মই আপোনাসকলক ব্যস্ত ৰাখিবলৈ যত্ন কৰিম।

চাকৰ ৰাখিবলৈ সামৰ্থ্য নাই, অথচ চাকৰ নহলেও নচলে। ছমাহমান চাৰিওফালে কম দৰমহাৰ চাকৰৰ সন্ধান কৰি কৰি তিক্ত-বিৰক্ত হৈ এদিন উমা অৰ্থাৎ গৃহিণীক কলোঁ—"চাকৰ ৰাখি বাবুগিৰি দেখুৱাৰ আশা আৰু বাদ দিয়া ; লাগিলে ভাত ৰন্ধাৰপৰা আৰম্ভ কৰি কাঁহী-বাটি ধোৱালৈকে সকলো কামময়েই কৰিম। তোমাক কুটা এগছো ছুবলৈ নিদিওঁ ; তথাপি চাকৰৰ আশাত মই মৰীচিকা খেদি ঘূৰি ফুৰিব নোৱাৰোঁ।"

উমাই অদমনীয় হৈ উত্তৰ দিলে—"ৰাণী মেৰি আঁতনিয়েতে কি কৈছিল মনত নাই নে ? 'মানুহবোৰৰ যদি খাবলৈ ৰুটী নাই, সিহঁতে কেক্ নেখায় কিয় ?' ময়ো তাকেই কওঁ—কম দৰমহাত যদি চাকৰ নোপোৱা, বেছি দৰমহাৰ চাকৰ বিচাৰা। দৰকাৰ হলে ভাতকে এসাজ খাবলৈ এৰিম, তথাপি চাকৰ নোহোৱাকৈ চলিব নোৱাৰোঁ।"

ইয়াৰ ওপৰত যে আৰু কথা নচলে, সেই কথা মই ভালকৈয়ে জানো। বাকচত কাপোৰ ভৰ্ত্তি হৈ থাকিলেও ওচৰৰ কোনোবা এজনীয়ে নতুন ফেছনৰ কাপোৰ এখন লোৱা দেখিলে সেইখন

লোৱাটো তিৰোতা মানুহৰ কাৰণে যেনেকুৱা অপৰিহাৰ্য্য প্ৰয়োজন, চাকৰ এটাও মোৰ গৃহিণীৰ কাৰণে তেনেকুৱাই প্ৰয়োজন। এই প্ৰয়োজনৰ দাবীত বাধা দিবলৈ গলে, মোৰ পৌৰুষ অহৰহ যি গঞ্জনাৰ দ্বাৰা ধিকৃত হব, সেইখিনি সহ্য কৰিবলৈ মোৰ শক্তি আৰু সাহস দুয়োটাই নাই। তাতোকৈ সৰ্ব্বস্ব পণ কৰি হলেও চাকৰ এটা বিচৰাই বেছি পুৰুষোচিত আৰু বুদ্ধিমানৰ কাম। নিৰুদ্দেশ সন্তানৰ সন্ধানত দিগ্‌ভ্ৰান্ত হৈ ঘূৰি ফুৰা বাপেকৰ দৰে ময়ো চাকৰ বিচাৰি পৃথিবী তোলপাৰ কৰিবলৈ ধৰিলোঁ।

ভাগ্য বেয়া হলে ত্ৰিভুৱন চলথ কৰিও যি বস্তু পোৱা নেযায়, ঈশ্বৰৰ ইচ্ছা হলে সি আহি হাততে ধৰা দিয়েহি। মোৰ চাকৰ প্ৰাপ্তিৰ ক্ষেত্ৰতো সেয়ে হল। চাৰিওফালে চাকৰৰ সন্ধান কৰি কৰি বিমুখ হৈ এদিন যেতিয়া নৈৰাশ্যত ভাগি পৰিবৰ উপক্ৰম কৰিছোঁ, হঠাতে এটা লৰাই উপযাচি আহি প্ৰশ্ন কৰিলে—"বাবু, চাকৰ ৰাখিব ?"

প্ৰথমে মই নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলোঁ। কেই-মুহূৰ্ত্তমান সময় মই বুৰ্ব্বকৰ দৰে লৰাটোলৈ চাই থাকিলোঁ। মোৰ মুখৰ ভাব-ভঙ্গি দেখি সি বোধহয় মোক কলা বুলি হে ভাবিলে, অলপ চিঞৰি সি মোক পুনৰ প্ৰশ্ন কৰিলে—"বাবু, চাকৰ ৰাখিব ?"

এইবাৰ মোৰ গালৈ তত্ আহিল। এক মুহূৰ্ত্ত উত্তৰ দিয়াত পলম হলেই যেন মোৰ হাতৰ মাণিক হাততে হেৰাব, তেনে এটা ভয়াৰ্ত্ত ব্যগ্ৰতাৰে মই খপ্‌জপাই মাত লগালোঁ—"চাকৰ ? চাকৰ ? তই চাকৰ থাকিবি ? আহ আহ, ভিতৰলৈ সোমাই আহ। সেই মুঢ়াটোতে বহ। কি কলি ? মোৰ ঘৰত তই চাকৰ থাকিব খুজিছ ? ঠিক আছে, আৰু কোনো কথা নাই। এই মুহূৰ্ত্ততে তোক মই কামত নিয়োগ কৰিলোঁ। যা, যা, ভিতৰলৈ সোমাই যা—"

হঠাৎ মোৰ চকুত পৰিল, ভিতৰলৈ যোৱাৰ বাট বন্ধ কৰি দুৱাৰ-মুখত আহি থিয় হৈছেহি মোৰ অনতিস্থূলকায়া গৃহিণী, উমা। কিছু সময় লৰাটোক নিৰীক্ষণ কৰি তেওঁ এবাৰ মোলৈ এনে পোন্দোৱাকৈ



চালে যে ভয়ত মই প্ৰায় এহাত কোঁচ খাই গলোঁ। চাকৰি-প্ৰাৰ্থী লৰাটোৰ চকুৰ আগতে তেনেকৈ অপদস্থ হৈ মই তলমূৰ কৰি সেমেনা-সেমেনি কৰিবলৈ ধৰিলোঁ।

গৃহিণীয়ে বজ্ৰ-কণ্ঠেৰে মাত লগালে—"একেবাৰে হাতযোৰ কৰি যে ভিতৰলৈ আহ্বান কৰা হৈছে—ক'ৰ লৰা, কি কথা, দৰমহা কিমান লাগিব—সেইবোৰ সোধা হৈছে জানো ? নে সেইবোৰ সোধাৰ একো প্ৰয়োজন নাই, একেবাৰে পোষ্যপুত্ৰ কৰি ৰখা হব ?"

এই প্ৰশ্নৰ উত্তৰ আৰু কি দিম, এইবাৰ ভয়ত নহয়, লাজত আৰু এহাত কোঁচ খাই মই প্ৰায় মাটিত মিলি যাব খুজিলোঁ। হয়তো, তাক দৰমহা বা কিমান লাগিব সেই কথাষাৰ সুধিবলৈকো মোৰ মনত পৰিব নেলাগে নে ? সি যদি কয়, মোক হলে খাই-পিন্ধি মাহে ত্ৰিশ টকা দৰমহা লাগিব, তেতিয়া কি সাহত মই তাক ভিতৰলৈ আহ্বান কৰিম ? তাক পুহিবৰ কাৰণে ময়েই তেতিয়া কাৰোবাৰ ঘৰত চাকৰৰ কাম বিচাৰি ঘৰৰ বাহিৰ হৈ ওলাই যাব লাগিব।

কিন্তু ৰক্ষা যে তাৰ আগতেই মোৰ বুদ্ধিত বৃহস্পতি-গৃহিণী আহি হাজিৰ। দেৱ-দূতেও য'ত খোজ দিবলৈ সাহ নকৰে, চয়তানে তাতে পাও পেলাব খোজে—এই আপ্ত-বাক্য মোক স্মৰণ কৰাই দি তেওঁ লৰাটোৰ ফালে বজ্ৰ-দৃষ্টিৰে চাই প্ৰশ্ন কৰিলে—"এই, তোৰ নাম কি ?"

লৰাটোৱেও ইতিমধ্যে বুজি গৈছিল সি এইবাৰ কাৰ পাল্লাত পৰিছে। যিমান পাৰে নম্ৰ হৈ সি উত্তৰ দিলে—"গোঙ্গা।"

"গোঙ্গা ? কি হতচিৰী নাম অ'। মোৰ ঘৰত থাকিলে কিন্তু এই নামেৰে নচলিব। তোৰ নাম হব গঙ্গা। বুজিলি ? তোৰ ঘৰ ক'ত ?"

"ঘৰ ? ঘৰ নাই।"

"ঘৰ নাই ? সেইটো কেনেকুৱা কথা। ওহোঁ, এনেকৈ নচলিব। সঁচা কথা ক, তোৰ ঘৰ ক'ত ?"

জীৱনৰ গভীৰতম সত্যটো উচ্চাৰণ কৰাৰ দৰে গম্ভীৰ মুখ-ভঙ্গি কৰি গঙ্গাই উত্তৰ দিলে—"মোৰ ঘৰ নাই।"



নিম্ন-মধ্যবিত্তৰ সদা-শঙ্কিতপ্ৰাণত সাহসৰ বাণী যেন বৰষিছে—
গঙ্গুৰ উত্তৰ ঃ 'মোৰ ঘৰ নাই।'

উমাই এইবাৰ বঙ্কিম কিন্তু ঈষৎ কোমল দৃষ্টিৰে মোৰ-ফালে চালে। তেওঁৰ লগত দহ বছৰ সংসাৰ কৰাৰ অভিজ্ঞতা আৰু অন্তৰ্দৃষ্টিৰে মই বুজিলোঁ, তেওঁ যেন কব খুজিছে—'ঘৰ নাই' কথাষাৰ শুনাত অৱশ্যে কিছু সন্দেহজনক, কিন্তু আনহাতে ই অলপ আশাৰো কথা ; কাৰণ এনে এটা লৰা একেবাৰে স্থায়ী হৈ থাকি যাবও পাৰে।

ময়ো চকুৰ দৃষ্টিৰেই তেওঁৰ মনোভাৱৰ লগত যে মোৰো ধাৰণাৰ মিল আছে, সেই কথা তেওঁক জানিবলৈ দিলোঁ। তেওঁ আকৌ তাক প্ৰশ্ন কৰিলে—"তোৰ কোন কোন আছে ?"

"কোনো নাই—" পূৰ্ব্ববৎ স্পষ্টতাৰে লৰাটোৱে উত্তৰ দিলে।

উমাৰ মুখলৈ চাই বুজিলোঁ, তেওঁৰ আগৰ ধাৰণা এইবাৰ দৃঢ়তৰ হৈছে। এইবাৰ তেওঁ 'লাষ্ট বাট্ নট্ দা লিষ্ট' প্ৰশ্নটো উচ্চাৰণ কৰিলে—"তোক দৰমহা কিমান লাগিব ?"

"আপোনালোকে মোৰ কাম চাই যি দিয়ে তাকে দিব। মই একো দৰ-দাম নকৰোঁ।" সি উত্তৰ দিলে।

এনেকুৱা অযাচিত ভাগ্য যেন বিশ্বাসেই কৰিব নোৱাৰি। আমি উভয়ে আকৌ এবাৰ দৃষ্টি বিনিময় কৰিলোঁ। ইয়াৰ মতলব কি ? আমি নিৰৱে পৰস্পৰক প্ৰশ্ন কৰিলোঁ।



"বাৰু, ঠিক আছে। মই এমাহ তোক পৰীক্ষা কৰিম। তাৰ পিছত যদি ৰাখিব পৰা যেন দেখোঁ, খোৱা-পিন্ধা বাদ দি তোক মাহে দহ টকাকৈ দিম। ইয়াৰ ভিতৰত যদি তোৰ কিবা বজ্জাতি দেখোঁ, তেতিয়াহলে কিন্তু কথা ভাল নহব। ফুটা-কড়ি এটা নিদিয়াকৈ একেদিনাই তোক বাহিৰ কৰি দিম। এতিয়া ভিতৰলৈ সোমাই আহ। তোৰ কামৰে পৰীক্ষা চাওঁ।"

ভাগ্য ভাল—কেৱল গঙ্গুৰে নহয়, মোৰো—যে এমাহৰ পৰীক্ষাত সি সসন্মানে উত্তীৰ্ণ হল, আৰু যথাসময়ত যথাবিধি সি স্থায়ী ভৃত্যৰ পদত অধিষ্ঠিত হল। মই নিজে অহোৰাত্ৰ জীৱিকাৰ ঘানি টানিয়েই তৰণি নেপাওঁ—আনৰ কথা দূৰতে থাকক, নতুনকৈ ওপজা তিনিমহীয়া কেঁচুৱাটোকে একোলা লবলৈ সময় নেপাওঁ—গতিকে গঙ্গুৰ বিষয়ে প্ৰথম সাক্ষাততে যি জানিছিলোঁ, ছমাহৰ পিছতো তাতকৈ এক বৰ্ণ বেছি জনা বুলি মই কব নোৱাৰোঁ। উমাৰ মুখ দেখি কেৱল অনুমান কৰিলোঁ যে গঙ্গু লৰাটো মুঠতে ভালেই। সংসাৰৰ মামৰে খোৱা যন্ত্ৰটোত এই অনুভৱটোৱেই যেন অলপ তেলৰ কাম দিলে। গঙ্গুৰ দ্বাৰা সংসাৰৰ কামত সহায় হওক নহওক গৃহিণীৰ মান ৰক্ষাত যে সহায় হৈছে আৰু ফলত মোৰ প্ৰাণ ৰক্ষা হৈছে, এই কথা ভাবি মোৰ নিম্ন-মধ্যবিত্ত সদা-শঙ্কিত প্ৰাণটোলৈ কিছু সান্ত্বনা আহিল।

কিন্তু হায় আশাৰ ছলনা! ছমাহ যাবলৈ নৌপাওঁতেই উমাই এদিন বিৰক্ত আৰু গম্ভীৰ মুখেৰে আহি মোৰ কৈফিয়ৎ তলব কৰিলে—"সংসাৰৰ ফালে চকু দিবলৈ তোমাৰ কেতিয়াও সময় নহব নেকি ?"

মই যেন আকাশৰপৰা খহি মাটিত পৰিলোঁহি। সংসাৰৰ যন্ত্ৰত তেল যোগাবলৈ অহোৰাত্ৰ পশুৰ দৰে খাটি খাটি মোৰ কেৱল তেজ-বমি কৰি মৰিবলৈ বাকী, আৰু এওঁ এতিয়া সোধে বোলে 'সংসাৰৰ ফালে চকু দিবলৈ মোৰ কেতিয়া সময় হব ?' মোৰ দৃষ্টিৰ অন্তৰালত আৰু এখন সংসাৰ আছে নেকি তেন্তে ? কিন্তু কোৱা বাহুল্য, মনৰ ভিতৰত যিয়েই নেভাবোঁ, উমাৰ আগত ইমানবোৰ কথা মুখ খুলি

কবলৈ মোৰ সাহস নাই। বাহিৰত নিৰ্ব্বিকাৰ যেন দেখুৱাই মই শান্তভাৱে সুধিলোঁ—"কি হল ?"

"গঙ্গাটোক আৰু ৰাখিব নোৱাৰি। তুমি অইন লৰা বিচাৰা।"

মোৰ বুকুখন ঘিটিংকৈ উঠিল—"কি কৰিলে গঙ্গুৱে ?" আতঙ্কিত হৈ মই প্ৰশ্ন কৰিলোঁ।

"কি কৰিব আৰু, চাকৰে যি কৰে তাকেই কৰিছে। চুৰ কৰিবলৈ আৰম্ভ কৰিছে।"

"চুৰ ? কি চুৰ কৰিলে ?"

"তোমাক মই কোৱা হে নাছিলোঁ, আজি বহুত দিনৰপৰাই মই মন কৰি আহিছোঁ—সি খুচুৰা-খুচুৰি দুই-এটা বস্তু চুৰ কৰে। এদিন দেখোঁ পাউৰুটীটো নোহোৱা হল, এদিন দেখোঁ মণিৰ ফ্ৰকটো নাই, এদিন দেখোঁ মোৰ ব্লাউজ এটা নাই ; কিন্তু বহুত কথা ভাবি-চিন্তি মই সকলো দেখিও নেদেখাৰ ভাও জুৰি আছিলোঁ···"

মই ঘপৰাই মাজতে মাত লগালোঁ—"ৰবা, ৰবা, তাৰতো ঘৰ-দুৱাৰ একো নাই, আই-বোপাই, ভাই-ভনীও কোনো নাই, সেইবোৰ বস্তু চুৰ কৰি সি কি কৰিব ? নিজেতো সি ব্যৱহাৰ কৰিব নোৱাৰে।"

"সেইটোৱেইতো ৰহস্য"—উমাই পুনৰ কবলৈ ধৰিলে—"কালিৰ-পৰা দেখোঁ, মোৰ নতুনকৈ কিনা চাদৰখন নাই। মনে মনে গৈ মই তাৰ কোঠাটো খানাতালাচ কৰিলোঁ। এইবাৰ আৰু সি ক'ত সাৰে ? চাদৰখন ওলালে তাৰ গাঁৰুৰ তলত।"

"বাকীবোৰ বস্তু ?" মই প্ৰশ্ন কৰিলোঁ।

"নাই। কেৱল চাদৰখন হে আছে। সি যে তাৰ কোনো নাই বুলি কৈছে, সেই কথাত এতিয়া মোৰ সন্দেহ হৈছে। সি নিশ্চয় বস্তুবোৰ নি কাৰোবাক দিছেগৈ।"

"সেই কোনোবাজন তাৰ আই-বোপাই নহৈ প্ৰণয়িনীওতো হব পাৰে ?" মই অলপ ৰসিকতা কৰিবলৈ প্ৰয়াস কৰিলোঁ।

উমাই গৰ্জ্জি উঠিল—"সকলো কথাতে ভেঙুচালি নকৰিবা। চকু-চোৰেই গৈ গৰু-চোৰ হবলৈ বেছি পৰ নেলাগে। সময় থাকোঁতেই আপদ বিদায় কৰিবলৈ চেষ্টা কৰা। নহলে পিছত কথা বেয়া হব।"

উমা ভিতৰলৈ সোমাই গল। মই বহি বহি গঙ্গুৰ অদ্ভুত আচৰণৰ কথাকে ভাবিবলৈ ধৰিলোঁ। পাউৰুটী বাৰু সি লোভত পৰি চুৰ কৰিলে খাবৰ কাৰণে। বয়স যদিও তাৰ চৈধ্য-পোন্ধৰতকৈ বেছি হব নোৱাৰে, তথাপি ধৰি ললোঁ সি ব্লাউজটো দিছেগৈ তাৰ কোনোবা প্ৰণয়িনীক। কিন্তু মণিৰ ফ্ৰকটো ? অতি দুৰূহতম কল্পনাতো মই ভাবিব নোৱাৰোঁ যে তাৰ প্ৰণয়িনীৰ দেহ-বল্লৰী মোৰ পঞ্চবৰ্ষীয়া কন্যা মণিৰ ফ্ৰকৰ মাজত বান্ধ খাব পৰা সম্ভৱ। তেন্তে সি ফ্ৰকটো চুৰ কৰিলে কাৰ কাৰণে ? প্ৰথম দিনাই সি কৈছিল যে তাৰ ঘৰ নাই। তাৰ ঘৰ এতিয়া নহব পাৰে, তাৰ মাক-বাপেক এতিয়া নেথাকিব পাৰে, কিন্তু এদিনতো আছিল। তেনেহলে সেই প্ৰসঙ্গ ওলাওঁতে সি অদ্ভুত ৰহস্যময়ভাৱে নিবৰ হৈ ৰয় কিয় ? নিশ্চয় তাৰ জীৱনত কিবা ৰহস্য আছে। যিমান সোনকালে পাৰোঁ সেই ৰহস্য উদ্ঘাটন কৰিবলৈ মই মনে মনে বুদ্ধি সাজিবলৈ ধৰিলোঁ।

চোৰ ধৰাৰ সুযোগৰ কাৰণে বেছিদিন মই অপেক্ষা কৰিবলগা নহল। এদিন ৰাতি বাৰমান বজাত বাহিৰলৈ আহি হঠাৎ চকুত পৰিল, গঙ্গুৰ কোঠাটোৰ দুৱাৰখন মেল খাই আছে। সিও বাহিৰলৈকে যাব পাৰে নেকি বুলি ভাবি অলপ ইফালে-সিফালে চাওঁতেই আকৌ মোৰ চকুত পৰিল, গঙ্গুৱে নঙলামুখ পাৰ হৈ পশ্চিম-মুৱা হৈ ৰাস্তাইদি যাব ধৰিছে। তাৰ হাতত এটা টোপোলা। হাতে হাতে চোৰ ধৰা পেলোৱাৰ উত্তেজনাত মোৰ মনটো নাচি উঠিল। কিন্তু লগে লগে মই সিদ্ধান্ত কৰিলোঁ যে সি কি চুৰ কৰিছে সেইটো জনাতকৈ চুৰ কৰা বস্তুবোৰ ক'ত দিয়েগৈ, সেই কথা হে আজি জানি লব লাগিব। নহলে তাৰ আচল ৰহস্যই মোৰ অজ্ঞাত থাকি যাব। অতি সন্তৰ্পণে মই গঙ্গুক অনুসৰণ কৰিবলৈ ধৰিলোঁ।



'মঙহ এটুকুৰা খুৱাবলৈ এলচেচিয়ানটোও নাই !'

সেই সময়ত শুক্লপক্ষ চলিছিল, দশমী কি একাদশী এনেকুৱাই এটা তিথি হব। চোৰ খেদিবলৈ অলপো সুবিধাৰ সময় নহয়। মোৰ খোজৰ শব্দত যাতে তাৰ মনোযোগ আকৃষ্ট নহয়, তাৰ কাৰণে জোতাযোৰ খুলি ঘৰতে এৰি থৈ আহিলোঁ, আৰু তাৰ আৰু মোৰ মাজত যথেষ্ট দূৰত্ব ৰক্ষা কৰি মই অতি সাৱধানে তাৰ পাছ লবলৈ ধৰিলোঁ। গঙ্গুৱে এবাৰো পাছলৈ ঘূৰি নোচোৱা দেখি মই বুজিলোঁ এনে কাম সি আজিয়েই প্ৰথম কৰা নাই, বহুত দিনৰপৰাই কৰি আহিছে, কিন্তু কোনোদিনে ধৰা নপৰাৰ ফলত সি একেবাৰে নিঃসংশয় আৰু সাহসী হৈ পৰিছে। আনহাতেদি, ৰাতিৰ সুপ্ত নগৰীৰ নির্জন ৰাজপথেদি হাতত টোপোলাটো লৈ নিশ্চিন্ত-নিৰৱ খোজেৰে গৈ থকা তাৰ অকণমানি মূৰ্ত্তিটো দেখি মোৰ বিশ্বাস কৰিবলৈকে টান লাগিল যে সি চোৰ, সি বিশ্বাসঘাতক। কিন্তু মোৰ মনলৈ যি ভাবেই নাহক, সি যে চোৰ সেই কথাটোতো আৰু অস্বীকাৰ কৰিব নোৱাৰি। মনত ভীষণ কৌতূহল লৈ মই তাৰ পাছে পাছে যাব ধৰিলোঁ। দীঘলীপুখুৰী পাৰ হৈ চার্চ্চ ফিল্ডৰ মাজেদি সি কাচাৰী-ঘাটৰ ফালে বাট ললে। কাচাৰীৰ ওচৰ পাই ষ্ট্রাণ্ড ৰোডেদি



সি পশ্চিম-মুৱা হৈ যাবলৈ ধৰিলে। তাৰ পাছে পাছে গৈ মই যেতিয়া শুক্লেশ্বৰ-ঘাট পালোঁগৈ, তেতিয়া আৰু গঙ্গুৰ ঘৰ ক'ত সেই কথা মোৰ বুজিবলৈ বাকী নেথাকিল। ব্ৰহ্মপুত্ৰৰ বালিৰ সেই কুখ্যাত ৰহস্যময় ভিখাৰীৰ উপনিবেশ—ঠিক যেন সমাজ-দেহৰ এটা বীভৎসময় গলিত অঙ্গ—তাতেই নিশ্চয় তাৰ ঘৰ। ৰাস্তাৰপৰা সি নামিবলৈ ঠিক উদ্যোগ কৰোঁতেই হঠাৎ মোৰ মনত খেলালে—এবাৰ সি সেই নিৰন্ধ্ৰ, দুৰ্ভেদ্য ঘৰবোৰৰ কোনোবা এটাত সোমাই যাবলৈ হলে আজি গোটেই ৰাতি চলথ কৰিও মোৰ পক্ষে তাৰ ঘৰটো বিচাৰি উলিওৱা সম্ভৱ নহব। কথাষাৰ মনত খেলোৱাৰ লগে লগেই মই বিজুলী বেগেৰে দৌৰিবলৈ ধৰিলোঁ, আৰু প্ৰায় একে জাঁপেই গৈ পোৱাৰ দৰে গঙ্গুৰ ওচৰ পালোঁগৈ। প্ৰথম দৃষ্টিতে সি মোক চিনি পালে নে নাই কব নোৱাৰোঁ, কিন্তু সি ইমান ভয় খালে যে দৌৰ মাৰি



নিলে ঐ, আপদটোৱে ভাগৰথিনিকো কাঢ়ি নিলে !

পলাবলৈ গৈ অলপমান গৈয়েই সি বিতত হৈ মাটিত পৰি গল। বিজয়ীৰ বীৰ-দৰ্পেৰে মই তাৰ কাষত গৈ থিয় হলোঁ, আৰু তাক হুকুম দিলোঁ—"উঠ, থিয় হ।"

টাঙোন খাব ধৰা কুকুৰৰ দৰে মুখখন জোঙা কৰি ওপৰলৈ দাঙি ধৰি সি অবৰ্ণনীয় আতঙ্কত মোৰ মুখলৈ চাই পঠিয়ালে। তাৰ মুখখন জীৱনত এই প্ৰথম বোধহয় মই ভালকৈ দেখিলোঁ। নাৰীৰ শুভ্ৰ, সুন্দৰ মুখ আৰু নিশিগন্ধা কুসুমৰ বাহিৰেও যে জোনাকত চাবলগা আৰু বস্তু সংসাৰত আছে, সেই কথা সেইদিনা মই নতুনকৈ শিকিলোঁ। কিন্তু সেই দৃশ্য সুন্দৰ নহয়, নয়নাভিৰাম নহয়—সি অতি ভয়াবহ, ভীষণ নিষ্ঠুৰভাৱে ভয়াবহ। তাক আৰু ভয়াবহ কৰি তুলিছিল অসহ্য অকলঙ্ক জ্যোৎস্নাৰ প্লাৱনে। খাবলৈ নেপাই মৰিব ধৰা কুকুৰৰ দৰে বিশীৰ্ণ, বিবৰ্ণ আৰু কম্পমান মুখখন গঙ্গুৱে হঠাৎ যেতিয়া ওপৰলৈ তুলি ধৰিলে আৰু চকুৰ পচাৰতে আকাশৰ সমস্ত জোনাকৰ জোৱাৰ আহি তাৰ ওপৰত আছাৰ খাই পৰিলহি—সেই দৃশ্যটো আৰু তাক দেখি হোৱা মোৰ মনৰ প্ৰতিক্ৰিয়া মই ভাষাৰে বৰ্ণনা কৰিব নোৱাৰোঁ। এক মুহূৰ্ত্তমান সময় মই তাৰ মুখলৈ হতবাক হৈ চাই ৰলোঁ। তাৰপিছত আকৌ মই চিঞৰি উঠিলোঁ—"উঠ, থিয় হ।"

সি কঁপি কঁপি উঠি থিয় হল। মই তাৰ হাতৰ টোপোলাটোলৈ চকু দিলোঁ, মোৰ দৃষ্টি অনুসৰণ কৰি সিও টোপোলাটোৰ বিষয়ে সচেতন হৈ উঠিল, আৰু লগে লগে দুয়ো হাতেৰে টোপোলাটো বুকুৰ মাজত সাবটি ধৰিলে। হাতে হাতে ধৰা পৰিও চুৰি মাল হস্তচ্যুত হবলৈ নিদিবলৈ তাৰ নিৰ্লজ্জ সঙ্কল্প দেখি মোৰ হঠাৎ খুব খং উঠি গল। একে আঁজোৰে তাৰ বুকুৰপৰা মই টোপোলাটো টান মাৰি কাঢ়ি আনিলোঁ। লগে লগে টোপোলাটো খোল খাই মাটিত পৰি গল—আৰু চাৰিওফালে সিচৰতি হৈ পৰিল—ওহোঁ, মেখেলা-চাদৰ নহয়, ব্লাউজ-ফ্ৰক, খাৰু-আঙঠি, কেক্-পাউৰুটী একো নহয়—সিচৰতি হৈ পৰিল এবাটি ভাত।



ভীষণভাৱে আহত হোৱা পশুৰ দৰে গঙ্গুৱে এবাৰ মাত্ৰ ভয়াবহ কৰুণভাৱে আৰ্ত্তনাদ কৰি উঠিল। তাৰপিছত সি স্তব্ধ হৈ ৰল।

মই প্ৰথমে স্তব্ধ হৈ ৰলোঁ। তাৰপিছত এটা ভয়ঙ্কৰ শব্দহীন আৰ্ত্তনাদ মোৰ সমস্ত দেহক বিদীৰ্ণ কৰি শূন্যত মিলি গল।

বহুত সময় যোৱাৰ পিছত মই শান্তভাৱে মাত লগালোঁ—"গঙ্গু, তইতো কৈছিলি, তোৰ কোনো নাই, তোৰ ঘৰো নাই, তেন্তে এই ভাতবোৰ কাৰ কাৰণে আনিছিলি ?"

সি মোৰ প্ৰশ্নৰ একো উত্তৰ নিদি সিচৰতি হৈ পৰা ভাতবোৰৰ ফালে তন্ময় হৈ চাই ৰল।

মই আকৌ মাত লগালোঁ—"গঙ্গু, তই একো ভয় নকৰিবি, তোৰ ঘৰটো মোক দেখুৱাই দে। নষ্ট হোৱা ভাতখিনিৰ কাৰণে তই দুখ নকৰিবি। মই এতিয়াই তোৰ ঘৰত চাউল কিনিবৰ কাৰণে টকা দি যাম।"

"আহক—" সেই এটা মাত্ৰ শব্দ কৈ সি ভিখাৰী-বস্তিৰ ফালে আগ বাঢ়িল।

তাৰ পাছে পাছে গৈ মই এনে এটা ঘৰৰ সমুখ পালোঁগৈ, যাক ঘৰ বুলি কোৱাটো পাগলৰ প্ৰলাপ হলেও ক্ষমা কৰিব নোৱাৰি। দীঘলে-বহলে ঘৰ নামৰ সেই আজব পদাৰ্থটো ছফুটমানো নহয়, চালৰ পৰিবৰ্ত্তে ওপৰত তৰি থোৱা আছে এখন শতচ্ছিন্ন ময়লা কাপোৰ, আৰু বেৰ কৰা হৈছে চাৰিখন ফটা থৈলাৰে। ঘৰটোৰ ভিতৰৰপৰা এনে বৌৱৰ নৰকৰ দুৰ্গন্ধ বাহিৰ হৈছিল যে উশাহ লোৱাই মোৰ কাৰণে অসম্ভৱ হৈ পৰিছিল। তাৰ সমুখত থিয় হৈ এটা অজান আতঙ্কত মোৰ সৰ্ব্বশৰীৰ শিহৰি উঠিল। কথা কবলৈ মই একো বিচাৰি নেপোৱা হলোঁ। গঙ্গুৱেও কিবা এটা ভাবি অলপ সময় স্তব্ধ হৈ ৰল। তাৰপিছত সি মাত লগালে—"মা, অ' মা—"

ভিতৰত কিবা এটা বস্তু লৰচৰ কৰা যেন মই অনুভৱ কৰিলোঁ। অলপ পিছতে মই এটা মাত শুনিলোঁ—যিটো মানুহৰ মাত বুলি মোৰ আজিও বিশ্বাস কৰিবলৈ টান লাগে। ডিঙিৰ ভিতৰৰপৰাই



জোনাকত আলোকিত হোৱা পৃথিবীৰ ভিতৰত বীভৎসতম দৃশ্যটিয়ে চিঞৰি উঠিল :
'গঙ্গু, ভাত আনিছ ?'

কোনোবাই যেন ফিচ্ ফিচ্ কৈ মাত লগালে—'গঙ্গু' ; অথচ মোৰ ধাৰণা হল, দেহৰ সমস্ত শক্তি প্ৰয়োগ কৰি যিমান ডাঙৰকৈ চিঞৰিব পাৰি সিমান চিঞৰাৰ ফলত হে যেন সেই ফিচ্ ফিচ্ শব্দটো কোনোমতে ওলাই আহিছে।

"গঙ্গু, ভাত আনিছ ?"

মই আৰু বৰ নোৱাৰিলোঁ। দুৱাৰ ৰূপে ব্যৱহাৰ কৰা থৈলাখন মই একে আঁজোৰে টান মাৰি দাঙি ধৰিলোঁ। জোনাকত ঘৰৰ ভিতৰখন ভমক কৰে আলোকিত হৈ উঠিল, আৰু মোৰ দৃষ্টিৰ সমুখত উদ্ভাসিত হৈ উঠিল পৃথিবীৰ ভিতৰত বীভৎসতম, ভয়ঙ্কৰতম এটা দৃশ্য : সমস্ত মুখমণ্ডল আৰু হাতভৰি জহি-খহি শেষ হৈ যোৱা এজনী কুষ্ঠ ৰোগিণী তিৰোতা আৰু তাইৰ কাষতে এজনী প্ৰায় পাঁচ বছৰীয়া ছোৱালী। মোৰ বুকুৰ ভিতৰৰপৰা এটা প্ৰচণ্ড চিৎকাৰ ওলাই আহি ডিঙিতে সোপা মাৰি লাগি ধৰিল, তাৰ ঠেলাত মোৰ গোটেই গাটো



থৰ্ ফৰাই কঁপি উঠিল। মই লৰালৰিকৈ থৈলাখন পেলাই দি সেই ভীষণ দৃশ্যৰ সমুখত আঁৰ-কাপোৰ তৰি দিলোঁ।

গঙ্গুৰ মুখলৈ চাবলৈ মোৰ সাহস নহল। আন এফালে চাই তাক মই সুধিলোঁ—"তই মোক কোৱা নাছিলি কিয় ?"

তাৰ আৰু গোপন কৰিবলৈ একো নাছিল, গতিকে নিৰ্ভয়ে নিতান্ত সহজভাৱে সি উত্তৰ দিলে—"এই কথা জানিলে এনেকুৱা বেয়া বেমাৰী মানুহৰ লৰাক কোনে চাকৰ ৰাখিব ?"

মই কিবা এটা কব খুজি মুখ মেলোঁতেই ভিতৰৰপৰা গঙ্গুৰ মাকে আকৌ মাত লগালে—"গঙ্গু, ভাত আনিছ ?"

"আনিছোঁ, আনিছোঁ মা—" গঙ্গুৱে লৰালৰিকৈ মাত লগালে—আৰু মোক তাতে এৰি থৈ সি এফালে দৌৰ দিলে। অলপ পিছতে বিস্ময় আৰু যন্ত্ৰণাত বহুধা-বিদীৰ্ণ হৈ বিস্ফাৰিত চকুৰে মই দেখিলোঁ বালিত সিচৰতি হৈ পৰা ভাতবোৰ গঙ্গুৱে বুটলিব ধৰিছে এটা এটাকৈ।

# ॥ ৰাইজৰ সেৱক ॥

দুপৰীয়া ভাত-পানী খাই উঠি ধোঁৱা-বাগৰ এটা দিবৰ মনেৰে ৰত্ন গোস্বামী বিচনাত পৰিল। এসপ্তাহকাল অবিশ্ৰান্তভাৱে ঘূৰি-পকি কালি তেওঁ ঘৰ সোমাইছেহি মাথোন, আজিয়ে আকৌ ক'লৈ যাব লাগে তাৰ ঠিক নাই। ৰত্ন গোস্বামীৰ এতিয়া গাত গোসাঁই নোহোৱা অৱস্থা, কাৰণ ইলেক্‌শ্যনৰ দিনলৈ আৰু এমাহ মাত্ৰ সময় বাকী আছে। আগৰ দুটা ইলেক্‌শ্যনত তেওঁ ইমান ঘূৰি মৰিবলগা হোৱা নাছিল। প্ৰাৰ্থীৰ খবৰ নকৰাকৈ কেৱল পাৰ্টিৰ নাম শুনিয়েই মানুহে দলে দলে আহি বেলট-বাকচ ভোটৰ কাগজেৰে ওপচাই দিছিল, কিন্তু ইমান দ্ৰুতগতিৰে অৱস্থাৰ পট-পৰিবৰ্ত্তন হৈছে যে এতিয়া ছাল-ছিগা ভিকহু একোটায়ো ঘৰলৈ গৈ হাতে-ভৰিয়ে ধৰি খাতিৰ কৰিলে হে ভোটটো দিম বুলি মূৰ দুপিয়ায়। ৰত্ন গোস্বামীয়ে মনে মনে হিচাপ কৰিলে, এতিয়াও তেওঁৰ বাৰখন গাঁও ঘূৰিবলৈ বাকী আছে। প্ৰতিখন গাঁৱতে কমপক্ষেও দুদিনকৈ হলেও তেওঁৰ চৌবিশ দিন লাগিব। গতিকে এটা দিনো বহি থাকিবলৈ তেওঁৰ সময় নাই। ঘড়ীটো চাই ঠিক আধা-ঘণ্টা শুম বুলি ভাবি তেওঁ চকু মুদিলে।

গোস্বামীৰ চিল্‌মিল্‌কৈ টোপনি আহিছিল হে মাথোন, এনেতে বাহিৰত কাৰোবাৰ উত্ৰাৱল চিঞৰ শুনি তেওঁ বিচনাত জাঁপ মাৰি বহিল। কেঁচা টোপনি ভগাৰ খং আৰু বিৰক্তিত তেওঁৰ সৰ্ব্বাঙ্গ জ্বলি উঠিল। কিন্তু লগে লগে তেওঁৰ মনত পৰিল যে এম-এল-এ হবলৈ হলে সৰ্ব্বংসহা ধৰিত্ৰীৰ দৰে হোৱাৰ বাহিৰে উপায় নাই,



বিশেষকৈ এই ইলেক্‌শ্যনৰ সময়ত। বহুজনৰ ইচ্ছা-অভিৰুচিৰ প্ৰতীক হবলৈ হলে নিজৰ বহুতখিনি ইচ্ছা-অভিৰুচি বাদ দিবই লাগিব। অনেক সময়ত আনকি নিজৰ স্বভাৱ-চৰিত্ৰও বাদ দিব লগা হয়। গোস্বামীয়ে নিজৰ মনটো বঢ়াই-বুজাই শান্ত কৰি বাহিৰৰ চিঞৰটোলৈ কাণ পাতিলে।

"দেউতা, অ' দেউতা, বোলো দেউতা আছে নে?"

মাতটো বুজি পায়েই গোস্বামীৰ দুখ-ভাগৰ ক'ৰবালৈ উৰিল। এইটো দেখোন হাগৰু ৰাভা, তেওঁৰ নিৰ্ব্বাচনী অভিযানৰ আটাইতকৈ বিশ্বস্ত অনুচৰ। যোৱাকালি মাত্ৰ তেওঁ তাৰ ঘৰৰপৰাই ঘূৰিছে, আজি সি তেওঁৰ ওচৰলৈ অহাৰ কোনো কথাই নাছিল। ক'ৰবাত নিশ্চয় কিবা এটা অঘটন ঘটিছে। লৰালৰিকৈ খৰমযোৰ পিন্ধি তেওঁ উত্ৰাৱল হৈ বাহিৰলৈ ওলাই গল।

"কি অ' হাগৰু, হঠাৎ এনে অসময়ত কিয় আহিলি?" তেওঁ থিয়ৈ থিয়ৈ তাক প্ৰশ্ন কৰিলে।

হাগৰুৱে বেঞ্চ এখনত বহি মাত লগালে—"আপুনি বহক দেউতা। বৰ ডাঙৰ ঘটনা ঘটিছে। আপুনি আজিয়েই পুনৰ আমাৰ গাঁওলৈ যাব লাগিব।"

গোস্বামীৰ বুকুখন ঘিটিং কৰি কঁপি উঠিল। চকীখনত কোনোমতে বহি লৈ তেওঁ সেপ ঢুকি ঢুকি প্ৰশ্ন কৰিলে—"কি হৈছে কথাষাৰ বেগাই নকৱ কিয়? আজি আকৌ তহঁতৰ গাঁওলৈ যাবলৈ হলে দেখোন মোৰ গোটেই প্ৰ'গ্ৰেম খেলি-মেলি হৈ যাব।"

"কিন্তু আজিয়েই আপুনি আমাৰ গাঁওলৈ আকৌ এবাৰ নগলে আপোনাৰ গোটেই ভাগ্যই খেলি-মেলি হৈ যাব—" হাগৰুৱে দৃঢ়ভাৱে ঘোষণা কৰিলে—"কালি আমাৰ গাঁৱৰ সকলো ৰাইজে মেল পাতি আপোনাক গোটেইবোৰ ভোট দিম বুলি ঠিক কৰিলে; কিন্তু আপুনি তাৰপৰা অহাৰ ঠিক পিছতেই দেহিবাম ৰাভা আমাৰ গাঁও ওলালগৈ; এতিয়া গাঁৱৰ মানুহে সমুদায় ভোট দেহিবামক হে দিব।"

হাগৰুৰ কথা শুনি গোস্বামীৰ সৰ্ব্বশৰীৰ তিনিবাৰমান কঁপি উঠিল। পূৰা ছয়শ ভোটেৰে সৈতে সেই গাঁওখন আগৰেপৰাই তেওঁৰ ষ্ট্ৰং-হ'ল্ড, যোৰা দুটা নিৰ্ব্বাচনত কবলৈ গলে সেই গাঁওখনেই তেওঁৰ জয়ৰ পথ বহুত সুগম কৰি দিছে। এইবাৰ অৱশ্যে দেখাক দেখি সিহঁতেও আগতকৈ বহুত দৰ-দাম কৰিবলৈ শিকিছে, কিন্তু গোস্বামীয়ে কালি গৈ সিহঁতক ডাঙৰ ভোজ এটা খুৱাই সকলোৰে মন সন্তুষ্ট কৰি আহিছে। এনেস্থলত ৰাতিটোৰ ভিতৰতে কি অঘটন ঘটিল, যাৰ ফলত নগদ ছশটা ভোট তেওঁৰ হাতৰপৰা সৰকি যোৱাৰ উপক্ৰম হৈছে।

হাগৰুৱে মাত লগালে—"আপুনি অহাৰ পিছতো মানুহবোৰ গাঁওবুঢ়াৰ ঘৰতে বহি এনেয়ে মেল মাৰি আছিল। এনেতে তাত ওলালহি দেহিৰাম ৰাভা। প্ৰথমে তেওঁ ভোটৰ কোনো কথা নুলিয়াই মানুহবোৰৰ লগত নানা ৰকম হাঁহি-তামাচাৰ কথা পাতিলে। কিছুপৰৰ মূৰত তেওঁ মাত লগালে—'বাইজসকল, বৰ জাৰ পৰিছে, অলপ ফটিকা খালে কেনে হয়?' দেহিৰামৰ প্ৰস্তাৱ শুনি ৰাইজে হৈ-ধ্বনি দি উঠিল। তেতিয়া দেহিৰামে তেওঁৰ লগত অহা ডেকা দুটামানক কিবা এটা ইঙ্গিত দিলে। সিহঁতে তৎক্ষণাৎ গৈ ক'ৰবাৰপৰা দুকলহ ফটিকা লৈ আহিল। ফটিকা খাই খাই যেতিয়া মানুহবোৰৰ নিচা ধৰিবৰ উপক্ৰম হৈছে, তেনেতে দেহিৰামে মাত লগালে—'বাইজসকল, ইলেক্‌শ্যন্ আহি পালে। আপোনাসকলে কাক ভোট দিম বুলি ঠিক কৰিছে?' সকলো ৰাইজৰ হৈ গাঁওবুঢ়াই উত্তৰ দিলে—'আমি ৰত্ন গোস্বামীক ভোট দিম। আমি আৰু আন কাকো চিনি নেপাওঁ। আগৰ দুবাৰো আমি তাকে ভোট দিছোঁ, এইবাৰো তাকে দিম।' দেহিৰামে অকণো নদমি পুনৰ মাত লগালে—'আপোনালোকে যাকে ভাল পায় তেওঁকে ভোট দিব। কাৰো ভোট কোনেও জোৰ কৰি লব পৰা বস্তু নহয়। কিন্তু ৰত্ন গোস্বামী হল গোসাঁই মানুহ, উচ্চবৰ্ণৰ হিন্দু, যি আপোনালোকৰ ঘৰত চেঁচা পানী এটোপা



খাবলৈকো ঘিণ কৰে; আৰু মই হলোঁ দেহিৰাম ৰাভা—ৰাভা—আপোনালোকৰ একে তেজ-মঙহৰে অংশ; এই কথাষাৰ আপোনালোকে ভাবি চাইছে নে?' দেহিৰামৰ কথা শুনি কেবাখনো মুখ একেলগে চিঞৰি উঠিল—'গোস্বামী হব পাৰে বৰ্ণ হিন্দু, কিন্তু তেওঁ আমাক কেতিয়াও ঘিণ নকৰে; তেওঁ আমাৰ ঘৰত চেঁচা পানী খোৱাতো সামান্য কথা, আমাৰ লগত একেলগে বহি তেওঁ ভাতো খায়। আমি তেওঁক কথা দিছোঁ, তেওঁক আমি ভোট দিমেই।' দেহিৰাম কিছু সময় মনে মনে ৰল। ইতিমধ্যে তেওঁৰ লগৰ মানুহকেইটাই আৰু এবাৰ ৰাইজৰ আগে আগে ফটিকা দি গল। দেহিৰামে আকৌ মাত লগালে—'বাৰু ৰাইজসকল, আপোনাসকলৰ কথা বুজিলোঁ। কিন্তু কথা সিমানতে শেষ নহয়, আৰু কথা আছে। ভাত-পানী সকলো মানুহে খায়। কিন্তু আমাৰ ৰাভা-কছাৰী মানুহৰ ফটিকা নহলে নচলে। আমাৰ মানুহক উপজিলে ফটিকা লাগে, মৰিলেও ফটিকা লাগে, বিয়া-বাৰুত ফটিকা লাগে, মৰা কাম-কাজত ফটিকা লাগে। ই আমাৰ কাৰণে অতি পৱিত্ৰ বস্তু। এই পৱিত্ৰ বস্তুক যদি কোনোবাই ঘিণ কৰে, সি আমাৰ সম্প্ৰদায়টোকেই ঘিণ কৰে। মই আৰু বেছি কথা নকওঁ, মই কেৱল সুধিব খোজোঁ আপোনালোকৰ গোস্বামীয়ে কেতিয়াবা আপোনালোকৰ ঘৰত ফটিকা খাইছে নে, বা যাচিলে খাব নে? যদি তেওঁক ফটিকা খুৱাব পাৰে, তেতিয়া বুজিম যে, হয় তেওঁ আপোনালোকৰ আচল মানুহ। তেতিয়াময়ো ইলেক্‌শ্যনত উঠা বাদ দি তেওঁকে সমৰ্থন কৰিম।' মানুহবোৰৰ ভালকৈয়ে নিচা ধৰি আহিছিল। দেহিৰামৰ কথা শুনি গোটেইজাক জাঙুল খাই উঠিল—'হয়তো, গোস্বামী যদি আমাৰ আপোন মানুহ হয়, তেওঁ যদি আমাৰ প্ৰতিনিধি হব খোজে, তেওঁ আমাৰ মানুহৰ পৱিত্ৰ বস্তু ফটিকা খাবই লাগিব; নহলে আমি তেওঁক কোনেও ভোট নিদিওঁ।'

"আজি ৰাতিলৈ ৰাইজে আপোনাৰ ফটিকা খোৱাৰ আয়োজন কৰি আপোনাক নিবলৈ মোক পঠাই দিছে। আপুনি যদি নেযায়

ৰাজনীতি-চাৰ্কাচত নাচি নাচি গোস্বামীয়ে গাইছে ঃ



'তুমি মোৰ বুকুৰ কুটুম'

বা ফটিকা নেখায়, তেন্তে সেই ছশ ভোট গল বুলি ধৰি লব। অকল সেই ছশ ভোট কিয়, দেহিবামে গাঁৱে গাঁৱে একে কথাকে প্ৰচাৰ কৰিলে তেনেকুৱা ছশ ভোট আৰু কিমান যাব তাৰ ঠিক নহব।"

হাগৰুৰ কথা শুনি গোস্বামী বজ্ৰপাত হোৱা মানুহৰ দৰে থৰ লাগি বল। ৰাজনীতিত নামিবৰ দিন ধৰি গোস্বামীয়ে বিচিত্ৰ ধৰণৰ নানা নাভূত-নাশ্ৰুত সমস্যাৰ সন্মুখীন হবলগা হৈছে, সেইবোৰ সমাধান কৰিবলৈ গৈ তেওঁ বহুত নকৰিবলগীয়া কামো কৰিবলৈ বাধ্য হৈছে, কিন্তু পেটৰ অন্ন নিজ মুখে বাহিৰ কৰি দিব লগা ধৰণৰ এনে গ্লানিকৰ সম্ভাৱনাৰ তেওঁ কোনোদিন সন্মুখীন হোৱা নাছিল। অতি নিৰুপায় হৈ তেওঁ হাগৰুকে কাতৰভাৱে প্ৰশ্ন কৰিলে—"তই একো এটা উপায় কৰি দিব নোৱাৰ নে হাগৰু? মই জীৱনত কোনোদিন দামী বিলাতী মদেই মুখত দি পোৱা নাই, তেনেস্থলত সেই ভাত পচাই কৰা ফটিকাবোৰ······তই বেয়া নেপাবি হাগৰু, মোৰ গোন্ধতেই বমি আহিব খোজে। মই লাগে আৰু এটা ভোজৰ খৰচেই দিওঁ, তথাপি এই বিপদৰপৰা তই মোক উদ্ধাৰ কৰ।"



'তুমি মোৰ হিয়াৰ আপোন'

হাগৰুৱে মূৰ জোকাৰি জোকাৰি উত্তৰ দিলে—"এটা নেলাগে দহটা ভোজৰ দাম দিলেও কাম নহব, দেউতা! আমাৰ মানুহে এবাৰ যি কথাত লাগে লাগেই। সিহঁতে মদৰ নিচাত দেহিবামৰ আগত দম্ভ কৰি ঘোষণা কৰিছে, আপুনি সিহঁতৰ আপোন মানুহ যেতিয়া সিহঁতৰ লগত বহি আপুনি ফটিকা খাবই। এনে অৱস্থাত



সিহঁতক লাজত পেলালে আপুনি সিহঁতৰ ভোট পোৱাৰ আশা সমূলঞ্চে এৰিব লাগিব।"

ভোটৰ আশা এৰাতকৈ গোস্বামীৰ কাৰণে জীৱনৰ আশা এৰা বেছি সহজ।

হাগৰুৰপৰা বুদ্ধি পোৱাৰ আশা ত্যাগ কৰি গোস্বামীয়ে নিজে এটা উপায় ভাবি উলিয়াবৰ কাৰণে চিন্তাত মগ্ন হল।

পৃথিৱীত সকলো মানুহে ৰাজনীতি কৰিব নোৱাৰে। যিসকলে কৰে, তেওঁলোক আন মানুহতকৈ কিবা এবিধ বেলেগ ধাতুৰে গঢ়া জীৱ। সংসাৰত এনে কোনো সমস্যা নাই, যাৰ সমাধান তেওঁলোকৰ বুদ্ধি বা কল্পনাৰ অতীত। কিছুপৰ চিন্তা কৰাৰ মূৰতেই গোস্বামীয়ে আশু বিপদৰপৰা আধা-আধি ৰক্ষা পোৱাৰ উপায় এটা আৱিষ্কাৰ কৰিলে। হাগৰুৰ ভাবলেশহীন মুখৰ ফালে চাই তেওঁ মাত লগালে—"শুন হাগৰু, তই মোক বুদ্ধি দিব নোৱাৰিলি, মই নিজেই ভাবি এটা বুদ্ধি উলিয়াইছোঁ। পিছে তোৰ সহায় নহলে মোৰ বুদ্ধি কোনো কামত নেলাগিব। কি কৰিব লাগিব মই কওঁ, তই মন দি শুন। অলপ নহয় অলপ যে ফটিকা মই খাবই লাগিব, সেই কথা মই বেছ বুজিছোঁ। এবাটি ফটিকা খাবলৈ টান পাই মই হাততে পোৱা ছশটাকৈ ভোট মৰিলেও এৰি দিব নোৱাৰোঁ। পিছে মোৰ ভয় হৈছে, মই এবাটি ফটিকা খাই দেখুৱালেই জানোচা তহঁতৰ মানুহবোৰে মোক একলহ নোখোৱাকৈ নেৰে! তেতিয়া হলে আৰু মই এম-এল-এ হবলৈ জীয়াই নেথাকিম, তহঁতৰ গাঁৱতে প্ৰাণটো এৰি থৈ আহিব লাগিব। সেইকাৰণে মই ভাবিছোঁ, মই তহঁতৰ গাঁৱলৈ গৈয়ে মানুহবোৰক—'তোমালোকে ফটিকা খাবলৈ আৰম্ভ কৰাচোন, মই দৌৰ মাৰি সিখন গাঁৱৰপৰা আহোঁ, তাতো মানুহবোৰে মোক ফটিকা খুৱাবলৈ সাজি-কাচি আছে, দৌৰ মাৰি তাতো এঢোকা খাইয়েই মই



'তুমি মোৰ প্ৰাণৰ বান্ধৈ'

তোমালোকৰ লগত খামহি—' এইবুলি কৈয়েই মই গুচি যাম। ইতিমধ্যে তই মানুহবোৰক বড়াই-বুজাই ফটিকা খাবলৈ লগাই দিবি, যাতে মই ঘূৰি আহি পাওঁ মানে সিহঁতৰ ভালকৈ নিচা ধৰে। তই আৰু এটা কাম কৰিবি। এটা আইনাৰ গিলাচ আৰু এটা কাপ বেলেগকৈ ৰাখি থবি। মই আহি পোৱাৰ লগে লগে আধা-গিলাচমান ফটিকা মোৰ হাতুত দিবি। মই সেইখিনি খাই শেষ কৰিলে মোক আৰু নিশ্চয় ফটিকা দিবলৈ কব। তই তেতিয়া কলহৰপৰা ফটিকা ঢলাৰ ছেও ধৰি শুদা কাপটোকে মোক আনি দিবি, ময়ো শুদা কাপটোকে মুখলৈ নি ফটিকা খোৱাৰ ভাও ধৰি দেখুৱাম। এইদৰে যিমানবাৰ মানুহে মোক ফটিকা দিবলৈ কব, সিমানবাৰ তই খালী কাপটো মোক আনি দিবি। মানুহবোৰ ফটিকাৰ নিচাত থাকিব, কোনেও একো বুজিব নোৱাৰিব। কেনে শুনিলি মোৰ বুদ্ধিটো ?"

আকর্ণ-বিস্তৃত হাঁহি এটাৰে দুয়ো পাৰি দাঁত আলু পৰ্য্যন্ত বাহিৰ কৰি হাগৰুৱে অতি উৎসাহেৰে উত্তৰ দিলে—"বৰ ভাল বুদ্ধি হৈছে দেউতা, বৰ ভাল বুদ্ধি। এবা, মগজুত বুদ্ধিবোৰ এনেকৈ ঠাহ খাই আছে দেখিতো দেউতাহঁত ৰজা-মন্ত্ৰী হব পাৰিছে। নহলে বাইজ এখন চলোৱা অলপ ধতুৰা মানুহৰ কাম নেকি ? বাৰু, এই কথাই ৰল তেন্তে ; মই এতিয়া যাওঁ। ৰাইজ চাগৈ মোৰ কাৰণে বাটলৈ চাই ৰৈ আছে।"

সন্ধ্যাৰ লগে লগে গোস্বামীয়ে হাগৰুহঁতৰ গাঁও পাই দেখে, গাঁওবুঢ়াৰ ঘৰৰ চোতালত গাঁওখনৰ গোটেইজাক ডেকা-বুঢ়া গোট খাইছে। ঘৰৰ মূৰৰ চালি এডোখৰৰ তলতে চৌকা জ্বলাই চাৰিটামান ডেকাই কুকুৰা চৰাইৰ মঙহ আৰু পকা ৰঙালাউৰ আঞ্জা বন্ধাত লাগি গৈছে। চৌকাৰপৰা অলপ দূৰতে শাৰী শাৰীকৈ দহ-বাৰটামান ফটিকাৰ কলহ, কাষতে গিলাচ-বাটি কিছুমান আৰু কৌপাতৰ জাপ গোটাচেৰেক দিহা লগাই থৈ দিয়া হৈছে। মানুহবোৰে যেয়ে য'তে পাৰে জুম বান্ধি বহি তামোল-ধঁপাতৰ শ্ৰাদ্ধ কৰি মেল মাৰিছে। চৌকাৰ জুই আৰু ময়লা কেৰাচিন তেলেৰে জ্বলোৱা



হাবিকেন লেমৰ পোহৰে অলপ ঠাই হে পোহৰ কৰিব পাৰিছে, পোহৰক সেই সামান্য ঠাই এৰি দি এন্ধাৰবোৰ যেন তাৰ চাৰিওকাষে বেছি ঘন হৈ ঠেলা-ঠেলি কৰি জুম বান্ধিছে। মদৰ কলহ, কুকুৰাৰ হাড়-মূৰ আৰু দপ্-দপীয়া জুইৰ কেওকাষে এন্ধাৰত ছায়ামূৰ্ত্তিৰ দৰে বহি থকা মানুহবোৰ আৰু সিহঁতৰ কথা-বাৰ্ত্তাৰ সন্মিলিত গুঞ্জনে এটা ৰহস্যময় আৰু প্ৰায় অপৰিচিত জনজাতীয় ধৰ্ম্মানুষ্ঠানৰ পৰিবেশ সৃষ্টি কৰি গোস্বামীক কেইমুহূৰ্ত্তমানৰ কাৰণে হতভম্ব কৰি তুলিলে। তেওঁৰ ভাব হল, তেওঁক ফটিকা খুৱাবৰ কাৰণে নহয়, কোনো এজন অপৰিচিত জনজাতীয় দেৱতাৰ সমুখত তেওঁক বলি দিবৰ কাৰণেহে যেন আজি ইয়াত এই আয়োজন চলিছে। গোটেই দেহতে তেওঁ এটা অচিনাকি ভয়ৰ শিহৰণ অনুভৱ কৰিলে। এন্ধাৰত ইমান সময় তেওঁ কাৰো চকুত পৰা নাছিল। তেৱোঁ কাকো মাত-বোল নকৰাকৈ নিৰৱে একাষত থিয় হৈ আছিল। কিন্তু হঠাৎ এবাৰ কোনোবা এটাই তেওঁক দেখা পালে, আৰু সি চিঞৰ মাৰি ৰাইজক তেওঁৰ আগমন-বাৰ্ত্তা জনোৱাৰ লগে লগে গোটেই ৰাইজ একেলগে থিয় হৈ হৈ-ধ্বনি দি উঠিল।

গাঁওবুঢ়াই আগ বাঢ়ি আহি গোস্বামীক নানাভাৱে সন্মান জনাই তেওঁৰ নিৰ্দ্দিষ্ট আসনলৈ আহ্বান কৰিলে। নাটকৰ এই আকস্মিক পট-পৰিবৰ্ত্তনত গোস্বামীৰ ধ্যানাৱস্থা ভঙ্গ হল, তেওঁ লৰালৰিকৈ বাটে বাটে আখৰা কৰি অহামতে অভিনয় আৰম্ভ কৰিলে—"ইমান এটা বৃহৎ আয়োজন হব বুলি মোক আগতেই কিয় খবৰ নিদিলা ? গাঁওবুঢ়া, ছিঃ ছিঃ বৰ ভুল হৈ গল! মই সিফালে খৰসিংহঁতৰ গাঁৱতো খাম বুলি খবৰ দি আহিলোঁ। বাৰু, যি হল হৈ গল, তোমালোকে এতিয়া খাবলৈ আৰম্ভ কৰি দিয়া, মই দৌৰ মাৰি খৰসিংহঁতৰ গাঁওত খোৱাৰ নামটো কৰি আহোঁগৈ। আধা-ঘণ্টাৰ ভিতৰতে মই আহি পাম। তাৰপিছত গোটেই ৰাতি ইয়াত খোৱা যাব। মোক কিন্তু পূৰা একলহ লাগিব। খাম বুলি আহিছোঁ যেতিয়া ভালকৈয়ে খাম।"

গোস্বামীৰ কথাত মানুহবোৰ সহজে সন্মত হব নুখুজিছিল, তেনেতে হাগৰু উঠি মাত লগালে—"দেউতাই যি কৈছে ভালেই কৈছে। খৰসিংহঁতৰ ঘৰত আগতে পালটো মাৰি আহিলে ইয়াত এদনীয়া হৈ বহিব পাৰিব। আমাৰ আজ্ঞাখন হবলৈকো কিছু দেৰি আছে। আপুনি যাওক দেউতা, দৌৰ মাৰি তাৰপৰাই আহকগৈ।"

হাগৰুৰ কথাত বাইজেও এইবাৰ হয়ভৰ দিলে। গোস্বামীয়ে স্বস্তিৰ নিশ্বাস এটা পেলাই গাঁওবুঢ়াৰ চোতালৰপৰা আলিবাটলৈ বুলি খোজ ললে। এনেতে জুমৰ মাজৰপৰা কোনোবা এটাই চিঞৰি উঠিল—"কি গোস্বামী ডাঙৰীয়া, চৈধ্য পুৰুষত নকৰা কাম কৰি ফটিকা খাই হলেও এম-এল-এ হৈহে এৰিব, নেকি? আপোনাসকলেই কিবা এবাৰ কয় নহয়—বোলে লক্ষ্য ভাল হলেই নহব, উপায়ো ভাল হব লাগিব; পিছে আপোনাৰ এম-এল-এ হোৱাৰ উপায়টো দেখোন বৰ সুবিধাৰ যেন দেখা নাই!" কথাষাৰ শুনি গোস্বামীৰ কাণ-মূৰ গৰম হৈ উঠিল, কিন্তু পিছলৈ ঘূৰি নেচাই তেওঁ বেগাবেগিকৈ আলিবাটলৈ খোজ ললে। দেহিবাম ৰাভাও যে আজিৰ সমাজত উপস্থিত থাকিব পাৰে, সেই কথা তেওঁৰ ভাবিবলৈকে নহল। এটা ডাঙৰ হিচাপ ভুল হৈ গল।

গোস্বামীয়ে ঠিক আধা-ঘণ্টাৰ মূৰতে গাঁওবুঢ়াৰ ঘৰৰ মেললৈ ঘূৰি আহিল। তেওঁ বাঞ্ছা কৰামতেই মানুহবোৰে ইতিমধ্যেই ফটিকা খাবলৈ আৰম্ভ কৰি দিছে। প্ৰায়ভাগ মানুহৰে ভাল নিচা হোৱা যেনেই লাগে। গোস্বামী অলপ আশ্বস্ত হল। তেওঁক অহা দেখি গাঁওবুঢ়া আকৌ থৰক-বৰককৈ আগ বাঢ়ি আহিল। ফটিকাৰ নিচাত এইবাৰ বুঢ়াৰ মনত লোক-দৰ্শক শিষ্টাচাৰ-বোধতকৈ আচল চেনেহৰ ৰস উপচি পৰিছে, থাপ মাৰি গোস্বামীৰ হাতখনত ধৰি বুঢ়াই তেওঁক মানুহৰ গাৰ ওপৰেদিয়েই টানি লৈ গল। চালিৰ তলত চৌকাৰ ওচৰতে পীৰাৰ ওপৰত কম্বল পাৰি গোস্বামীৰ কাৰণে আসন ঠিক কৰি থোৱা হৈছে, তাতে গোস্বামীক হেঁচা মাৰি বহুৱাই দি গাঁওবুঢ়াই চিঞৰি উঠিল—"ঐ লৰাহঁত, এম-এল-এ চাহাবৰ ফটিকা



লৈ আহ! ই আজি আমাক বৰ ফাকি দিছে। এতিয়া বাপেৰে ফাকি দিয়াৰ মজা দিম ৰ। মোৰ লগত সমানে সমানে ফটিকা খাব লাগিব, কোনে বেছি খাব পাৰে চাম আজি।"

গাঁওবুঢ়াৰ কথা শুনি গোস্বামীয়ে চকুৰে অন্ধকাৰ দেখিবলৈ ধৰিলে। আজি কপালত কি আছে ভগৱানে হে জানে। তেওঁ ইফালে-সিফালে মুখ ঘূৰাই হাগৰুক চাবলৈ ধৰিলে। হাগৰুৱে ৰক্ষা নকৰিলে তেওঁৰ ফালে আজি আধ্যাই পৰিব। এনেতে হঠাৎ তেওঁ দেখা পালে, ফটিকা এগিলাচ হাতত লৈ হাগৰু তেওঁৰ ফালেই আহিছে। গোস্বামীৰ মুখলৈ অলপ পানী আহিল। গাঁওবুঢ়া তেতিয়াও গোস্বামীৰ কাষতে থিয় হৈ আছিল, হাগৰুৱে তেওঁক হাতখনেৰে লাহেকৈ ঠেলা মাৰি মাত লগালে—"তই নিজৰ ঠাইত বহি বহি খাই থাকগৈ যা। আমি ডেকামখাই যি কৰিব লাগে কৰিম।" হাগৰুৰ কথা শুনি বুঢ়া গৈ নিজৰ ঠাইত বহিল। হাগৰুৱে ফটিকাৰ গিলাচটো গোস্বামীৰ হাতত তুলি দিলে।

গোস্বামীয়ে গিলাচটো হাতত লৈ চাৰিওফালে এবাৰ চকু ফুৰাই চালে। চৌকাৰ জুইৰ পোহৰত যিমান কেইখন মুখ তেওঁৰ চকুত পৰিল, সেই আটাইবোৰৰে দৃষ্টি তেওঁৰ ওপৰত নিবদ্ধ। ভাগ্য ভাল যে সেইবোৰৰ ভিতৰত দেহিবাম ৰাভাৰ মুখখন নাই। বেছি কথা ভাবি সময় খৰচ কৰিলে পিছলৈ বিপদ হে হব পাৰে বুলি ভাবি গোস্বামীয়ে চকু দুটা মুদি কুইনাইন গিলাৰ দৰে একে ঢোকাই ফটিকাগিলাচ গিলি পেলালে। লগে লগে বিৰাট এটা হৈ-ধ্বনি আৰু হাত-চাপৰিৰ জাউৰিত গোটেই ঠাইখন ৰজন-জনাই গল।

গাঁওবুঢ়াই বহা ঠাইৰপৰা চিঞৰ মাৰি উঠিল—"ঐ লৰাহঁত, দেহিৰামটো ইয়াত আছে নে নাই, তাক ধৰি আন। সি এতিয়া কি কয় কওক। এম-এল-এ চাহাবক সি আমাতকৈ বেছি চিনি পোৱা ওলাইছে। দে লৰাহঁত দে, তেওঁক আৰু ফটিকা দে। আজিৰপৰা হে তেওঁ আমাৰ আচল এম-এল-এ হল।"

ফটিকা গিলাচ পেটত পৰাৰ লগে লগে গোস্বামীৰ পেটৰ নাড়ী ভুঁৰু সোপাই পাক খাই ডিডিলৈকে উজাই আহিব খুজিছিল, তেওঁ কোনোমতে তাক হেঁচা মাৰি ধৰি হাঁহি হাঁহি মাত লগালে—"তুমি চিন্তা নকৰিবা গাঁওবুঢ়া, মই আজি খাম বুলি আহিছোঁ খামেই। চাওঁ হাগৰু, আৰু একাপ লৈ আহ।"

গোস্বামীয়ে ফটিকা মুখত দিয়া মুহূৰ্ত্তটোলৈকে হে ৰাইজ উদগ্ৰীৱ হৈ বাট চাই আছিল, এবাৰ নিজ চকুৰে তেওঁ পূৰা এগিলাচ ফটিকা গলাধঃকৰণ কৰাৰ লগে লগে সিহঁতৰ কৌতূহল নিবৃত্ত হৈ গল, আৰু সকলোৱে তেওঁক চাবলৈ এৰি নিজ নিজ ঠাইত বহি পুনৰ দুগুণ উৎসাহেৰে ফটিকা খাবলৈ আৰম্ভ কৰি দিলে। তেনেতে হাগৰুৱে ফটিকা অনাৰ ছেও ধৰি শূন্য কাপটোকে গোস্বামীৰ হাতত আনি দিলে, তেৱোঁ কাপটো মুখলৈ নি আৰু একাপ ফটিকা খাই দেখুৱালে। মানুহবোৰৰ জুমৰপৰা এটা সম্মিলিত প্ৰশংসাৰ গুঞ্জৰণ আহি তেওঁৰ কাণত পৰিল, সিহঁতক চকুত ধূলি মাৰি ঠগিব পৰাৰ কৃতিত্বত উৎসাহিত হৈ গোস্বামীয়ে পুনৰ চিঞৰি উঠিল—"হাগৰু, কি চাই আছ, আৰু একাপ আন।" কলহৰপৰা ফটিকা ঢলাৰ ছেও দেখুৱাই হাগৰুৱে আকৌ এবাৰ খালী কাপটো গোস্বামীৰ হাতত আনি দিলে, গোস্বামীয়ে সেই কাপো ঢোক কৰি গিলি পেলালে। আকৌ প্ৰশংসা-ধ্বনিৰ জোৱাৰ উঠিল, সেই জোৱাৰত গোস্বামীও টল-বলকৈ নাচি উঠিল, হাগৰুক খুজি তেওঁ আৰু একাপ মদ খালে, অৰ্থাৎ শূন্য কাপটোকে মুখলৈ নি মদ খোৱাৰ অভিনয় কৰিলে। তেওঁৰ অভিনয় ধৰা পেলাবৰ জোখাৰে মানুহবোৰৰ কাৰো সামৰ্থ্য নাছিল, সকলোৰে পানোন্মত্ত অৱস্থা। ইফালে গোস্বামীৰ গাতো ভালকৈয়ে নিচা লাগি আহিল। সেই নিচা অৱশ্যে মদৰ নিচা নহয়, অতবোৰ মানুহক চকুত ধূলি মাৰি নিজৰ ভুৱা কৃতিত্ব সাফল্যৰে সৈতে জাহিৰ কৰিব পৰাৰ নিচা। ৰাজনীতিৰ চাৰ্কাচত নামি শক্তি-খেলা দেখুৱাই লক্ষ লক্ষ দৰ্শকক হতবাক কৰাৰ নিচা। সেই নিচাত অন্ধ হৈ গোস্বামীয়ে বাৰে বাৰে হাগৰুক ফটিকাৰ কাপ খুজিবলৈ ধৰিলে



আৰু সিয়ো হিচাপ নোহোৱাকৈ দৌৰি দৌৰি আহি শূন্য কাপটো তেওঁৰ হাতত তুলি দিবলৈ ধৰিলে।

এবাৰ তেনেকৈ হাগৰুৱে কাপটো হাতত লৈ আধা বাট পাইছেহি মাথোন, হঠাৎ জুমৰ মাজৰপৰা দেহিৰাম থিয় হৈ মাত লগালে। "হাগৰু, তই খন্তেক সেইখিনিতে থিয় হৈ থাকচোন। ৰাইজসকল, আজি মই নিজ চকুৰে দেখিলোঁ যে গোস্বামী ডাঙৰীয়াই আপোনাসকলৰ লগত একেলগে বহি ফটিকা খাইছে। মই আপোনালোকক কৈছিলোঁ যে তেওঁ যদি ফটিকা খায়, তেন্তে মই নিজৰ প্ৰাৰ্থীত্ব পৰিহাৰ কৰি তেওঁকে সমৰ্থন কৰিম। মই নিশ্চয় মোৰ প্ৰতিশ্ৰুতি পালন কৰিম। গোস্বামীয়ে আজি আমাক অবাক কৰিছে। মই হিচাপ কৰি আছোঁ যে এই পৰ্য্যন্ত তেওঁ সাতত্ৰিশ কাপ ফটিকা খাইছে। আমি সদায় ফটিকা খাই থকা মানুহেও সাতত্ৰিশ কাপ ফটিকা খালে স্থিৰ হৈ বহি থাকিব পৰা সম্ভৱ নহয়। কিন্তু গোস্বামীৰ দৰে ৰাজনৈতিক নেতাসকল সাধাৰণ মানুহ নহয়। সেই কাৰণে সাতত্ৰিশ কাপ ফটিকা খায়ো তেওঁৰ গাৰ লোম এডালেই লৰচৰ হোৱা নাই। কাৰণ ফটিকাৰ নিচাত অভ্যস্ত নহলেও আন এবিধ নিচাত তেওঁলোক ভালকৈয়ে অভ্যস্ত। সেইবিধ কিহৰ নিচা মই আপোনালোকক দেখুৱাওঁ ৰব।" এই বুলি কৈয়েই জুমৰ মাজেদি দেহিৰাম হাগৰুৰ ওচৰলৈ আগবাঢ়ি গল, আৰু তাৰ হাতৰপৰা কাপটো কাঢ়ি লৈ তেওঁ লাহেকৈ মাত লগালে—"গোস্বামীয়ে ইমান পৰে কাপৰ পাছত কাপ কি মদ খাই আছে, ৰাইজসকল চাওক।" কথাষাৰ কৈ দেহিৰামে মানুহবোৰৰ তীব্ৰ কৌতূহল-বিস্ফাৰিত চকুৰ সমুখত কাপটো উবুৰিয়াই দাঙি ধৰিলে।

দেহিৰামে কি কব খুজিছে মানুহবোৰে ইমান পৰে একো বুজিবই পৰা নাছিল। কিন্তু কাপটো উবুৰি কৰি দিওঁতেও যেতিয়া তাৰপৰা এফোটা মদো বাগৰি নপৰিল। মুহূৰ্ত্ততে সকলোৱে কথাষাৰ বুজি উঠিল আৰু সিহঁতৰ অন্তপৰৰ নিৰুদ্ধ বিস্ময় বিৰাট এটা শব্দ



ফটিকা-জলেৰে গঙ্গা-স্নান কৰিলে হে ৰাজনীতিৰ নিচা আঁতৰিব।

কৰি ফাটি পৰিল। দেহিৰামে গদ্‌গদ্ কণ্ঠেৰে আকৌ মাত লগালে— "ৰাইজসকল, মই আৰু কিবা কথা কোৱাৰ বিশেষ প্ৰয়োজন আছে বুলি নাভাবোঁ। কিন্তু গোস্বামীয়ে ইমান পৰ কি মদ খাই আছিল, তাকে মই আপোনালোকক কব খোজোঁ। গোস্বামীয়ে ইমান পৰে খাই আছিল ৰাজনীতিৰ মদ, তেওঁ উন্মত্ত হৈ আছিল সৰল, অজ্ঞ জন-সাধাৰণক চকুত ধূলি দি প্ৰতাৰণা কৰিব পৰাৰ সৰ্ব্বনাশী নিচাত। এতিয়া তেওঁৰ বিষয়ে আপোনালোকৰ কি কব লগা আছে আপোনালোকেই কওক।" তিৰ

হঠাৎ কেবাখনো মুখে একেলগে উত্তেজিতভাৱে চিঞৰি উঠিল— "কি, আমাক ইমান অপমান কৰে তেওঁ? ঐ লৰাহঁত, আন, আন, আটাইকেইটা ফটিকাৰ কলহ লৈ আহ, তাৰ মুখ ফালি কলহৰ



মুখেৰে তাৰ মুখত ফটিকা বাকি দে! পেট ভৰি ফটিকা নোখোৱাকৈ তাক আজি ইয়াৰপৰা উঠি যাবলৈ নিদিওঁ।"

কথা বিষম দেখি গোস্বামীয়ে উঠি দৌৰ মাৰিব খুজিছিল, হঠাৎ দুটামান ডেকা লৰাই থাপ মাৰি ধৰি তেওঁক বগৰাই পেলাই দিলে। একলহ মাত্ৰ ফটিকা তেতিয়া বাকী আছিল, সেই কলহকে গোস্বামীৰ মুখত ঢালি মানুহবোৰ সেইদিনালৈ সন্তুষ্ট হব লগা হল।

# ॥ পাৰ্টি ॥

মহামহিম শ্ৰীল শ্ৰীযুক্ত ইছলামপুৰ মহকুমাৰ
মহকুমাধিপতি মহিমাৰ্ণবেষু,

ধৰ্ম্মৰাজ,

অধীন প্ৰজাবৰ্গৰ সবিনয় নিবেদন এই যে যোৱা আহাৰ মাহৰ কালান্তক বানপানীয়ে এই অঞ্চলৰ সমুদায় আহুখেতি সমূলঞ্চে নষ্ট কৰিলে। ৰাইজে এমুঠি ধানো ভঁৰাললৈ আনিবলৈ নেপালে। আগৰ বছৰতো প্ৰলয়ঙ্কৰী বানপানী হৈ শালি, বাও খেতি সমুদায় নষ্ট হোৱাত কাৰো ভঁৰালত ধান নাই। দুখীয়া বান-বিধ্বস্ত ৰাইজে তিৰোতাৰ হাতৰ-কাণৰ যি অলঙ্কাৰ আছিল বেচি, বন্ধকত দি টকা যোগাৰ কৰিও ক'তো ধান-চাউল কিনিবলৈ নেপাই লঘোনত দিন কটাবলগীয়া হৈছে। যি দুই-এঘৰত এমুঠি ধান আছে তেওঁলোকেও চৰকাৰী হুকুমত মাৰ্কেটিং চ'চাইটিৰ বাহিৰে আন ক'তো ধান বেচিব নোৱাৰে। মাৰ্কেটিং চ'চাইটিৰ ধান কিনিবলৈ টকা নাই। গতিকে সকলোফালে ৰাইজ বৰ অথন্তৰত পৰিছে। এইদৰে আৰু কিছুদিন চলিবলৈ হলে এই অঞ্চলত দুৰ্ভিক্ষই দেখা দিয়াৰ পূৰ্ব্বা আগন্তুক দেখা দিছে। গতিকে অতি সোনকালে এই অঞ্চলত অন্ততঃ দহখন সস্তীয়া চাউলৰ দোকান মঞ্জুৰ ক্ৰিবিবলৈ মহোদয়ক কৰপুটে প্ৰাৰ্থনা জনোৱা হল। ইতি—

তাং মহোদয়ৰ একান্ত বাধ্য
বজ্ৰিগীসুঁতি গাঁও পঞ্চায়তৰ হৈ
শ্ৰীদেৱীৰাম পেগু।
৮-৮-৬৪



আৰ্ফচ, সক...

ওপৰৰ দৰখাস্তখন স্থানীয় বি. ডি. অ'.লৈ অনুসন্ধানৰ কাৰণে পঠাব।

এম. খাটনিয়াৰ
এছ. ডি. অ'.
২০-৮-৬৪

মহামহিম শ্ৰীল শ্ৰীযুক্ত ইছলামপুৰ মহকুমাৰ
মহকুমাধিপতি মহিমাৰ্ণবেষু,

ধৰ্ম্মৰাজ,

অধীন প্ৰজাবৰ্গৰ সবিনয় নিবেদন এই যে যোৱা ৮-৮-৬৪ তাৰিখে এই অঞ্চলৰ ভীষণ খাদ্যাভাৱৰ কথা জনাই মহোদয়ৰ ওচৰত যি আবেদন কৰা হৈছিল, আজিকোপতি তাৰ ওপৰত একো ব্যৱস্থা নোলোৱাত ৰাইজৰ মাজত মহা আতঙ্কই দেখা দিছে। দুখীয়া বান-বিধ্বস্ত ৰাইজে ধান-চাউল বিচাৰি দিনে ১৫/২০ মাইল ঘূৰি ফুৰিও ক'তো এমুঠি ধান যোগাৰ কৰিব নোৱাৰি হাহাকাৰ কৰি ফুৰিছে। মহোদয়ে নিজে এবাৰ আহি চৰ্ জমিন তদন্ত কৰি ৰাইজৰ প্ৰাণৰক্ষাৰ ব্যৱস্থা নকৰিলে এইবাৰ সদৌ ৰাইজ নিগমে মৰিবলগা হব। গোটেই অঞ্চলতে বানপানী এতিয়াও সাগৰ সক্কাশ হৈ আছে, শথাউৰিৰ কাৰণে পানী বাহিৰ হৈ যাব পৰা নাই। ৰাইজৰ সুস্থিৰহ এমুঠি কৰি খোৱাৰো এইবাৰ কোনো উপায় দেখা নাই। এনে অৱস্থাত ৰাইজে অতিশয় প্ৰমাদ গণিবলগা হৈছে। তুৰন্ত এইবোৰৰ ব্যৱস্থা লবলৈ মহোদয়ক টানি অনুৰোধ জনোৱা হল। ইতি

মহোদয়ৰ একান্ত বাধ্য
শ্ৰীদেৱীৰাম পেগু
২-৯-৬৪

অফিচ,

সংশ্লিষ্ট কাগজ-পত্ৰ তৎক্ষণাৎ দাখিল কৰিব।

এম. খাটনিয়াৰ
এছ. ডি. অ'.
১০-৯-৬৪

এছ. ডি. অ'.

শ্ৰীদেৱীৰাম পেগুৰ ৮ আগষ্টৰ দৰখাস্তখন ১৯ পৃষ্ঠাত দাখিল কৰা হল। বি. ডি. অ'.ক এই দৰখাস্তৰ বিষয়ে তদন্ত কৰি ৰিপোৰ্ট কৰিবলৈ কোৱা হৈছিল। ৰিপোৰ্ট এই পৰ্য্যন্ত অহা নাই।

বি. হাজৰিকা
ডি. এ.
১১-৯-৬৪

ডি. এ.

বি. ডি. অ'.ক ১৫-৯-৬৪ৰ ভিতৰত ৰিপোৰ্ট পঠাবলৈ কওক।

এম. খাটনিয়াৰ
এছ. ডি. অ'.
১১-৯-৬৪

এছ. ডি. অ'.

[illegible] আই. পি.। বিলিফ ২৯৩২/৫-১৫/৯/৬৪ চিঠিৰ উত্তৰত জনাব খো[illegible] যে যোগীসুঁতি গাঁও পঞ্চায়তৰ এলেকাত ব্যক্তিগতভাৱে তদন্ত কৰি শ্ৰীদেৱীৰাম পেগুৰ দৰখাস্তৰ কথা আংশিকভাৱে সত্য বুলি জনা গল। ইয়াৰ লগত [illegible]ঠোৱা তালিকামতে দহখন সস্তীয়া চাউলৰ দোকান মঞ্জুৰ কৰি প্ৰতিখন [illegible]োকানতে সপ্তাহত ৭৫ কুইণ্টললৈকে চাউল যোগান ধৰিবলৈ হুকুম দিবলৈ [illegible]াৰা হল।

ইউ. খাখলাৰী
বি. ডি. অ. পহুমৰা চি. ডি. ব্লক
২০/৯/৬৪



'পিয়ন নিগদতি শুনা ভোকাতুৰ জন
ফাইল-পৰ্ব্বতে আছে তণ্ডুল-ভাণ্ডাৰ
ইহাক বগাইলে হৈবে জীৱন-সফল।'



চুপাৰ্ ইন্টেণ্ডেণ্ট অব চাপ্লাই,

ইয়াৰ লগত পঠোৱা লিষ্ট অনুসৰি পহুমৰা চি.ডি. ব্লকৰ দহখন সস্তীয়া চাউলৰ দোকানত সপ্তাহত ৫০ কুইণ্টলকৈ চাউল দিয়াৰ ব্যৱস্থা কৰিব।

এম. খা[illegible]নিয়াৰ
[illegible]. ডি. অ'.
২৫/৯/৬৪

এছ. ডি. অ'.

এছ. ডি. অ'.ৰ মো[illegible] নং আই. পি/ৰিলিফ ২৯৪৭/৫—২৫/৯/৬৪ৰ উত্তৰত জনো[illegible] হল যে বৰ্ত্তমান আমাৰ ষ্টকত চাউল নাই বুলিলেই হয়। এই বিষয়ে যোৱা ১০/৯/৬৪ তাৰিখে এছ. ডি. অ'.ক বঙলাত লগ ধৰি সৰ্কলো কথা কোৱা হৈছিল। চিলং অফিচৰপৰা

ডি. চি.ক সদৰত থকা ভঁৰালৰপৰা চাউল পঠাবলৈ ... সেই চাউল আহি নোপোৱালৈকে এছ. ডি. অ'.ৰ ... অনুসৰি পহুমৰালৈ চাউল পঠোৱা সম্ভৱ নহব।

এ. শৰ্ম্মা
এছ. এছ.
২৭/৯/৬৪

এছ. এছ.,

গৱৰ্ণমেণ্টক সকলো কথা জনাই ড্ৰাফ্‌ট্ এখন সোনকালে মোক দাখিল কৰিব।

এম. খাটনিয়াৰ
এছ. ডি. অ'.
২৮/৯/৬৪

মহামহিম শ্ৰীল শ্ৰীযুক্ত ইছলামপুৰ মহকুমাৰ মহকুমাধিপতি মহিমাৰ্ণবেষু,

ধৰ্ম্মৰাজ,

এই অঞ্চলৰ বান-বিধ্বস্ত দুৰ্ভিক্ষ-পীড়িত ৰাইজৰ মহা সঙ্কটৰ কথা জনাই মহোদয়ক দুখনো আবেদন কৰা হৈছিল। কিন্তু অতি পৰিতাপৰ বিষয় যে আজি প্ৰায় ডেৰ মাহ পাৰ হৈ যোৱা সত্ত্বেও চৰকাৰে কোনো ব্যৱস্থা লোৱাৰ লক্ষণ ৰাইজে দেখা নাই। ৰাইজৰ হৈ এজনে মহোদয়ৰ অফিচলৈ গৈ গম পাই আহিছিল যে মহোদয়ে বোলে এই বিষয়ে আমাৰ বি. ডি. অ'. ডাঙৰীয়াক তদন্ত কৰিবলৈ দিছে। তেওঁ হলে আজিলৈকে তদন্ত কৰিবলৈ অহা নাই। বিশেষতঃ ৰাইজৰ ... এনে প্ৰলয়ৰ সময়ত মহোদয়ে নিজে এবাৰ আহি ৰাইজক দেখা দিয়া ... সদৌ ৰাইজে পৰম সন্তোষ পালেহেঁতেন। এতিয়াও দয়ালু মহোদয়ে নিজে এবাৰ আহি ৰাইজৰ প্ৰাণ ৰক্ষাৰ ব্যৱস্থা কৰিব বুলি পৰম আশা কৰা হৈছিল ... হল। ইতি—

মহোদয়ৰ একান্ত বাধ্য
শ্ৰী দেৰীৰাম পেগু
৪/১০/৬৪



জৰুৰী টেলিগ্ৰাম

মুখ্যমন্ত্ৰী, চিলং

ভীষণ খাদ্যাভাৱ। অনাহাৰত প্ৰাণহানিৰ আশঙ্কা। আশু ব্যৱস্থা প্ৰয়োজন। দেৰীৰাম পেগু, পহুমৰা। ৭/১০/৬৪

জৰুৰী টেলিগ্ৰাম

চাব-ডিভিজনেল, ইছলামপুৰ

পহুমৰাৰ খাদ্য-পৰিস্থিতি আৰু গৃহীত ব্যৱস্থাৰ ৰিপোৰ্ট পঠাওক।

চেক্ৰেটাৰী, ৰেভিনিউ, চিলং
৯/১০/৬৪

জৰুৰী টেলিগ্ৰাম

চেক্ৰেটাৰী, ৰেভিনিউ, চিলং

পৰিস্থিতি আয়ত্তাধীন। প্ৰয়োজনীয় ব্যৱস্থা লোৱা হৈছে। বিতং প্ৰতিবেদন পঠোৱা হব। চাব-ডিভিজনেল, ইছলামপুৰ।

১০/১০/৬৪

এছ. এছ.,

পহুমৰালৈ অতিশীঘ্ৰে চাউল পঠাওক। কিমান চাউল পঠোৱা হল, আজি সন্ধ্যাৰ আগতে মোক জনাব।

এম. খাটনিয়াৰ
এছ. ডি. অ'.
১০/১০/৬৪

এছ. ডি. অ'.,

২৫০ কুইণ্টল চাউল পহুমৰালৈ পঠোৱা হল।

এ শৰ্ম্মা
এছ. এছ.
১০/১০/৬৪







গতি নাই অন্তহীন অপেক্ষাক বিনা

জৰুৰী টেলিগ্ৰাম

চাব-ডিভিজনেল, ইছলামপুৰ

অনাহাৰত পাঁচজন মানুহৰ মৃত্যু হৈছে। আজিলৈকে চাউল অহা নাই। নিজে আহি তদন্ত কৰক।

দেৰীৰাম পেগু, পহুমৰা,
১৫/১০/৬৪

### দৈনিক অসম দৰ্পণ

( নিজা সংবাদ-দাতাৰপৰা )

চিলং, ১৫ অক্টোবৰ

...আজি বিধানসভা... প্ৰশ্নোত্তৰ কালত বিৰোধী দলৰ সদস্য শ্ৰীবীৰেন্দ্ৰনাথ গগৈৰ এটা প্ৰ... উত্তৰত চাপ্লাই মন্ত্ৰী শ্ৰীকামীনাথ দাসে কয় যে ৰাজ্যৰ সকলো ঠাইতে খাদ্য-পৰিস্থিতি সন্তোষজনক, আৰু এই বিষয়ে উদ্বিগ্ন হবৰ কো... কাৰণ নাই। আন



অ... সকলো ইছলামপুৰ মহকুমাৰ কোনো কোনো ঠাইত খাদ্য পৰিস্থিতিয়ে সঙ্কটজনক ৰূপ লৈছে নেকি বুলি সোধা এটা প্ৰশ্নৰ উত্তৰত মন্ত্ৰীজনাই ঘোষণা কৰে যে এই বাতৰিৰ কোনো ভিত্তি নাই। ই চৰকাৰক অপদস্থ কৰিবলৈ বিৰোধীদলৰ অপপ্ৰচাৰ মাত্ৰ। তেওঁ পুনৰ জোৰ দি ঘোষণা কৰে যে চৰকাৰৰ হাতত প্ৰচুৰ চাউল জমা আছে, আৰু ৰাজ্যৰ কোনো ঠাইতে সম্প্ৰতি খাদ্য-সামগ্ৰীৰ নাটনি হৈছে বুলি চৰকাৰে নেজানে।

### দৈনিক অসম দৰ্পণ

( পহুমৰাৰ নিজা সংবাদ-দাতাৰপৰা )

পহুমৰা, ১৮ অক্টোবৰ

যোৱা এসপ্তাহৰ ভিতৰত পহুমৰা অঞ্চলৰ যোগীসুঁতিকে ধৰি কেবাখনো গাঁৱত অনাহাৰত পাঁচজন লোকৰ মৃত্যু হোৱাৰ বাতৰি পোৱা গৈছে। যোৱা তিনি বছৰ ধৰি একাদিক্ৰমে হোৱা বানপানীৰ ফলত এই অঞ্চলৰ সমুদায় শস্য নষ্ট হয়। চৰকাৰৰ যোগান ব্যৱস্থাৰ বেমেজালি আৰু স্থানীয় কৰ্তৃপক্ষৰ উদাসীনতাৰ কাৰণে নামত মঞ্জুৰ কৰি থোৱা সস্তীয়া চাউলৰ দোকানতো এমুঠিও ধান বা চাউল পাবলৈ নাই। জানিব পৰা গৈছে যে যোগীসুঁতি গাঁও পঞ্চায়তৰ সভাপতিয়ে যোৱা আগষ্ট মাহৰ আঠ তাৰিখেই এই বিষয়ে সবিশে... তথ্য মহকুমাধিপতিক জনাইছিল। তাৰপিছতো চেপ্টেম্বৰ... দুই আৰু অক্টোবৰৰ চাৰি তাৰিখে দুখন দৰখাস্ত যোগে ...ও মহকুমাধিপতিক পৰিস্থিতিৰ গুৰুত্ব সম্পৰ্কে সাৱধান কৰি দিয়ে। মাত্ৰ যোৱা ১৩ অক্টোবৰ তাৰিখে হে অৰ্থাৎ ৰাইট... প্ৰথম আবেদন কৰাৰ দুমাহত-কৈয়ো অধিক কাল পিছত... স্থানীয় কৰ্তৃপক্ষই এই দুৰ্ভিক্ষ-পীড়িত অঞ্চললৈ আঢ়ৈশ কুইণ্ট... চাউল পঠাবলৈ সমৰ্থ হয়। এই আঢ়ৈশ কুইণ্টল চাউল এপা... শাকত এটা জালুকো নহয়। সি যিকি নহওক, এই চাউল আ... পোৱাৰ আগতেই যোগীসুঁতি গাঁৱত পাঁচজন লোক

অনাহাৰত মৃত্যু-মুখত পৰে। অতি আচৰিত কথা এ... ...ৰ অঞ্চলৰ এনে সঙ্কটজনক পৰিস্থিতিৰ কথা চৰকাৰক দফে-বিদফে জনাই থকা সত্ত্বেও আজিলৈকে কোনো এজন দায়িত্বসম্পন্ন বিষয়া বা মন্ত্রীয়ে এই ঠাইত ভূমুকি মৰা নাই।

জৰুৰী টেলিগ্ৰাম

চাব-ডিভিজনেল, ইছলামপুৰ

ৰেফাৰেঞ্চ ১৯ অক্টোবৰৰ 'অসম দৰ্পণ'ত প্ৰকাশিত পহুমৰাৰ অনাহাৰজনিত মৃত্যুৰ খবৰ। তৎক্ষণাৎ ৰিপোৰ্ট কৰিব।

মুখ্যমন্ত্ৰীৰ প্ৰিন্সিপ্যাল প্ৰাইভেট চেক্ৰেটাৰী, চিলং, ২০/১০/৬৪

জৰুৰী টেলিগ্ৰাম

প্ৰিন্সিপ্যাল প্ৰাইভেট চেক্ৰেটাৰী,
মুখ্যমন্ত্ৰী সচিবালয়

অনাহাৰত মৃত্যু হোৱাৰ বাতৰি ভিত্তিহীন। তিনিজনৰ গ্ৰহণী, এজনৰ সন্নিপাত জ্বৰ, এজনৰ পানীত ডুবি মৃত্যু।

চাব-ডিভিজনেল,
ইছলামপুৰ
২৫।১০/৬৪

দৈনিক অসম দৰ্পণ

( নিজা সংবাদ-দাতাৰপৰা )

চিলং, ২৭ অক্টোবৰ

...১৯ অক্টোবৰৰ অসম দৰ্পণত ওলোৱা পহুমৰা অঞ্চলৰ দুৰ্ভিক্ষ-জনিত মৃত্যুৰ বাতৰিৰ ওপৰত হোৱা আলোচনাই আজি বিধানসভাত চাঞ্চল্যৰ সৃষ্টি কৰে। ১৫ অক্টোবৰত ...সভাৰ মজিয়াত যোগান-মন্ত্ৰীয়ে ৰাজ্যৰ খাদ্য-পৰিস্থিতি অতিশয় সন্তোষজনক বুলি গৰ্ব্বোক্তি কৰাৰ তিনি দিন পিছতেই বাতৰি কাকতত ওলোৱা দুৰ্ভিক্ষজনিত মৃত্যুৰ খবৰে দলনিৰ্ব্বিশেষে সকলো সদস্যকে উত্তেজি...ৰি তোলে।

শ্ৰীবী... ...গগৈৰ এটি দৃষ্টি-আকৰ্ষণমূলক প্ৰশ্নৰ উত্তৰত মুখ্যমন্ত্ৰীয়ে সদনক জনায় যে স্থানীয় চৰকাৰী কৰ্তৃপক্ষৰপৰা পোৱা ৰিপোৰ্টমতে অনাহাৰত মৃত্যু হোৱা বুলি ওলোৱা বাতৰি সম্পূৰ্ণ ভিত্তিহীন; আচলতে আটাইকেইজন লোকৰ বেমাৰত হে মৃত্যু হয়। কিন্তু মুখ্যমন্ত্ৰীৰ উত্তৰত সন্তুষ্ট নহৈ সদস্যসকলে জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন তোলে। অৱশেষত মুখ্যমন্ত্ৰীয়ে উচ্চ কৰ্তৃত্বসম্পন্ন বিষয়াৰদ্বাৰা সবিশেষ তদন্ত কৰোৱাৰ প্ৰতিশ্ৰুতি দি হে সদনক শান্ত কৰিবলৈ সক্ষম হয়।

শ্ৰীকমলাকান্ত বৰুৱা, পহুমৰা

প্ৰিয় বৰুৱা,

জয়জয়তে মোৰ মৰম আৰু শুভেচ্ছা লব। বিশ্বস্তসূত্ৰে মই জানিব পাৰিছোঁ যে মুখ্যমন্ত্ৰীৰ আদেশ অনুসৰি ডেপুটি কমিচনাৰে দুৰ্ভিক্ষত মৃত্যু হোৱাৰ বাতৰিৰ বিষয়ে তদন্ত কৰিবলৈ অলপতে পহুমৰালৈ যাব। অনাহাৰত যে পাঁচজন লোকৰ মৃত্যু হৈছে, সেই কথা সকলোৱেই জানে। সেই বিষয়ে প্ৰমাণৰো নিশ্চয় অভাৱ নহব। কিন্তু দীঘলীয়া অভিজ্ঞতাৰপৰা মই দেখিছোঁ যে চৰকাৰী তদন্তৰ সময়ত অনাহাৰত মৰা মানুহ সদায় গ্ৰহণীত মৰা বুলি প্ৰমাণিত হয়। আনকি অনাহাৰত মৃত সন্তানৰ বাপেকেও চৰকাৰী বিষয়াৰ ভাবুকিত নিজৰ সন্তানৰ মৃত্যুৰ বিষয়ে মিছা কাৰণ দেখুৱাবলৈ বাধ্য হয়। এই হতভাগ্য দেশৰ মূৰ্খ, কাঙাল মানুহবোৰ দাৰিদ্ৰ্যৰ চেপাত পৰি ইমানেই অমানুহ আৰু কাপুৰুষত পৰিণত হৈছে। আজিলৈকে বাতৰি কাকতত বা বিধানসভাৰ মজিয়াত কিমান দুৰ্ভিক্ষ-জনিত মৃত্যুৰ খবৰ আৰু আলোচনা শুনিলোঁ, কিন্তু শেষত গৈ দেখোন সকলো 'গালোঁ বালোঁ খোলাকটিৰ ...ল' হৈ পৰেগৈ। কিয়? এনে ধৰণৰ যিমান খবৰ ওলায়, ... এটাও সঁচা হব নেপায় নে? চৰকাৰী তদন্তৰ মাজতেই নিশ্চয় ...কিবা মন্ত্ৰ আছে। সেইকাৰণেই জগতৰ দৰিদ্ৰতম দেশ, ভিক্ষাৰী দেশ ভাৰতবৰ্ষত এটাও মানুহ অনাহাৰত মৰা বুলি প্ৰমাণিত ...। সি যিকি নহওক, এইবাৰ পহুমৰাৰ চৰকাৰী

তদন্তও যাতে তেনেকুৱা ভেঁকো-ভাৱনাত পৰিণত নহয়, ... কাৰণে আপোনালোকে সজাগ দৃষ্টি ৰাখিব। মোৰ ধাৰণা, ডেপুটি কমিচনাৰ গৈ পোৱাৰ আগে আগেই চৰকাৰী বিষয়াই তাৰ মুখিয়াল মানুহবোৰক হাত কৰি অনাহাৰত মানুহ মৰা নাই বুলি কোৱাবলৈ যত্ন কৰিব। সেইফালেও সতৰ্ক দৃষ্টি ৰাখিব। ইতি

আপোনাৰ প্ৰীতিভাজন
শ্ৰীকুলধৰ গোস্বামী, ইছলামপুৰ
৫/১১/৬৪

## ইছলামপুৰ-পাৰ্টিৰ গোপন বৈঠকত হোৱা আলোচনাৰ অংশ বিশেষ।

বক্তাঃ পহুমৰাত ডি. চি.য়ে তদন্ত কৰিবলৈ যাব, শুনিছেই বোধহয়। অনাহাৰত মানুহ মৰাৰ খবৰটো পহুমৰা মণ্ডল কংগ্ৰেছৰ সভাপতি বড়ায়েই প্ৰথম মুখ্যমন্ত্ৰীলৈ পঠাইছিল। গতিকে তেওঁ স্বাভাৱিকতে এই কথা সত্য বুলি প্ৰমাণ কৰিবলৈ যত্ন কৰিব। কথাষাৰ বৰ জটিল হৈ পৰিছে। কওকচোন আপোনালোকৰ মতামত কি?

শইকীয়াঃ ইয়াত মতামতৰ কথা কি আছে? অনাহাৰত মানুহ মৰিছে, সেই কথা আখৰে আখৰে সত্য। মই পাৰ্টিৰ ফালৰপৰা তদন্ত কৰি সম্পূৰ্ণ প্ৰমাণ পাই আহিছোঁ। দেৱীৰাম পেণ্ডে...ৰ আগষ্টত এছ. ডি. অ'.লৈ দৰখাস্ত কৰিছিল। তেতিয়াই মানুহৰ খুদ কণ এটাও খাবলৈ নাছিল। চাউল গৈ পালেগৈ অক্টোবৰৰ ১৩ তা...। এই দুমাহ মানুহবোৰে কি খাই আছিল? এই দুমাহৰ ভিতৰতে এ... ডি. অ'.ই এবাৰ গৈ পহুমৰাত ভুমুকি মাৰিছিল নে? যোগান-মন্ত্ৰী... এবাৰ নিজে কিবা খবৰ কৰিছিল নে? মানুহৰ জীৱন ৰক্ষাৰ প্ৰতি এ...মাৰ্জ্জনীয় উদাসীনতাৰ বাবে দায়ী কোন? আমাৰ কৰ্ত্তব্য পৰিষ্কাৰ ... কাৰ অৱহেলাত এনে এটা মাৰাত্মক অপৰাধ হবলৈ পালে, সেই ক... আমি প্ৰমাণ কৰি দিবই লাগিব।

... শইকীয়া, আপুনি কথাবোৰ কেৱল একালৰপৰা চাইছে। অনাহাৰত মানুহ মৰা বুলি প্ৰমাণ হৈ গলে বিধানসভাত আমাৰ পাৰ্টিৰ অৱস্থা কি হব, সেই কথা আপুনি ভাবি চাইছে নে নাই? বিৰোধী দলে আমাক একেবাৰে নেফা-নেফ কৰি নেপেলাব নে? গোটেই দেশতে ইয়াৰ প্ৰতিক্ৰিয়া কি হব? অৱহেলাৰ দোষত দোষী এজন বিষয়াক শাস্তি দিবলৈ গৈ আপুনি পাৰ্টিৰ ভৱিষ্যৎ বিপদাপন্ন কৰিব খুজিছে। অনাহাৰত মৰা বুলি প্ৰমাণ হৈ গলেই, মৰা মানুহকেইটা পুনৰ জী উঠিব নেকি?

শইকীয়াঃ কিন্তু দোষীয়ে যদি শাস্তি নেপায়, তেন্তে তেওঁলোকে দেখোন সদায় মানুহৰ জীৱনক লৈ হেতালি খেলিয়ে থাকিব। এজন দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত বিষয়াৰ কথা কওঁ ঃ অফিচৰ গুৰুত্বপূৰ্ণ কামৰ হেঁচাত তেওঁৰ বোলে দুৰ্ভিক্ষ-পীড়িত অঞ্চল পৰিদৰ্শন কৰিবলৈ সময় নহল। কিন্তু সদায় আবেলি তেওঁক বিচাৰি যাওক, তেওঁ টেনিচ কোৰ্টত; গধূলি বিচাৰি যাওক, তেওঁ ব্ৰীজৰ আড্ডাত। দেওবাৰে ৰাতিপুৱা চিনেমা, আবেলি টেনিচ, ৰাতি পান-পাৰ্টি। অনাহাৰত মৰণোন্মুখ মানুহৰ প্ৰতিও নিৰ্ব্বিকাৰ হবলৈ তেওঁ এই সাহস ক'ৰপৰা পালে কব পাৰে নে? কাৰণ তেওঁ জানে যে শাসনত অধিষ্ঠিত দলে নিজক বচাবৰ কাৰণেই সেই বিষয়াজনকো বচাব। বিষয়াজনৰ অৱহেলাৰ ফলতে হোৱা অনাহাৰজনিত মৃত্যুকো চৰকাৰে গ্ৰহণীত হোৱা মৃত্যু বুলি প্ৰমাণ কৰি হে এৰিব। এনে বিষয়া... ভয় কৰিব কাক? যেনে চৰকাৰ তেনে বিষয়া। অসহায় দৰিদ্ৰ ৰাইজে অন্যায়ৰ প্ৰতিকাৰ বিচাৰিব কাৰ ওচৰত?

বক্তাঃ শইকীয়া, আপুনি যি কৈছে সকলো সত্য। আপুনি উঠি অহা ডেকা মানুহ, তেজ গৰম, আপোনাৰ মুখত আইডিয়েলিজম্ নিশ্চয় শোভা পায়। কিন্তু ...টো হল কি জানে? ৰাজনীতিত আইডিয়েলিজমৰ স্থান না...। অনাহাৰত মৰা পাঁচটা মানুহৰ কাৰণে আমি দেশৰ শাসনত অধিষ্ঠিত এটা বৃহৎ ৰাজনৈতিক পাৰ্টিৰ গৌৰৱোজ্জ্বল মুখত কালিমা ...ব নোৱাৰোঁ। মানুহ কেৱল অনাহাৰত হে মৰে নে?

বেমাৰত মৰে, দুৰ্ঘটনাত মৰে, আত্মহত্যা কৰি মৰে ... যি কোনো কথাকে আইডিয়েলিজমৰ সংকীৰ্ণ দৃষ্টিকোণৰপৰা চোৱা উচিত নহয়! বাৰু, এতিয়া আমি আচল কথালৈ আহোঁ। মই কালি চিলঙৰ শ্ৰী···ৰ এখন চিঠি পাইছোঁ। তেওঁ স্পষ্ট নিৰ্দ্দেশ দিছে, অনাহাৰত মানুহ মৰা খবৰটো আমি যেন মিছা বুলি প্ৰমাণ কৰি দিওঁ। এই কথাৰ লগত পাৰ্টিৰ সন্মান, পাৰ্টিৰ ভৱিষ্যৎ জড়িত হৈ আছে। সেই কাৰণেই মই প্ৰস্তাৱ কৰোঁ, পহুমৰা মণ্ডল কংগ্ৰেছলৈ এই বিষয়ে পাৰ্টিৰ ফালৰপৰা গোপন নিৰ্দ্দেশ দি তালৈ এজন মানুহ পঠোৱা হওক। মানুহ অনাহাৰত মৰা নাই, মৰিছে গ্ৰহণীত—এই কথা প্ৰমাণ কৰিবই লাগিব। পাৰ্টিতকৈ আন একো কথাই ডাঙৰ হব নোৱাৰে।

**শইকীয়া ঃ** সবাৰ ওপৰে পাৰ্টি সত্য, তাহাৰ ওপৰে নাই!

## অতিশয় গোপনীয়

শ্ৰীৰমাকান্ত বড়া

সভাপতি, পহুমৰা মণ্ডল কংগ্ৰেছ

প্ৰিয় শ্ৰীবড়া,

জিলা কংগ্ৰেছ কমিটিৰ বিশেষ প্ৰতিনিধি আৰু পত্ৰবাহক শ্ৰীৰামনাথ গগৈয়ে আপোনাক পাৰ্টিৰ নিৰ্দ্দেশ বুজাই কব। সুচিন্তিত বিবে...ৰ পিছত পাৰ্টিয়ে এই সিদ্ধান্তত উপনীত হৈছে যে পাৰ্টিৰ বৃহত্তম স্বাৰ্থ খাতিৰত আপুনি উত্থাপন কৰা অনাহাৰজনিত মৃত্যুৰ অভিযোগ প্ৰত্যাহা... কৰাই ভাল হব। এই বিষয়ে হোৱা চৰকাৰী তদন্তৰ সময়ত আপুনি বি...ৰ প্ৰতিনিধি শ্ৰীৰামনাথ গগৈৰ মৌখিক পৰামৰ্শমতে কাম কৰিব।

ইতি

আপো...ৰ প্ৰীতিভাজন

শ্ৰীদেব...নন্দ বৰুৱা

সভাপতি, ইছলামপুৰ জি... ...গ্ৰেছ কমিটি

## ...মিচনাৰৰ তদন্তৰ অংশবিশেষ

**ডি. চি. ঃ** বৰুৱা, এই পৰ্য্যন্ত মই যিমানবিলাক মানুহৰ সাক্ষ্য গ্ৰহণ কৰিলোঁ, সকলোৱেই স্বীকাৰ কৰিছে যে অনাহাৰত মানুহ মৰা কথাষাৰ মিছা। স্বাৰ্থজনিত মহলৰ উচটনিত হে কিছুমান মানুহে এনে ভুৱা কথা প্ৰচাৰ কৰিছিল। ডাক্তৰেও ৰিপোৰ্ট দিছে যে মানুহ-কেইজন গ্ৰহণীত হে মৰিছিল। কেৱল আপুনি হে একেটা কথাত লাগি আছে যে মানুহকেইজন অনাহাৰত মৰিছে। আপুনি কি প্ৰমাণ দিব পাৰে?

**কমলা বৰুৱা ঃ** অনাহাৰত মানুহ মৰা মানে আপোনাসকলে কি বুজে?

**ডি. চি. ঃ** মানুহে যেতিয়া একো খাবলৈ নেপাই তিলে তিলে শুকাই মৰে, তেতিয়া হে মানুহক অনাহাৰত মৰা বুলি কব পাৰি।

**কমলা বৰুৱা ঃ** পেটৰ জ্বালাত ৰব নোৱাৰি মানুহে যেতিয়া কলগছৰ পচলা সিজাই খায়, ঢেঁকীয়া সিজাই খায়, দিনৰ পিছত দিন সিদ্ধ পচলা আৰু ঢেঁকীয়াৰ বাহিৰে আন একো খাবলৈ নেপায়, আপোনাসকলৰ মতে তেতিয়াও অনাহাৰত মৰা বুলি কব নোৱাৰি?

**ডি. চি. ঃ** নিশ্চয় নোৱাৰি। পেটত একো এটা নপৰিলে হে মানুহক অনাহাৰত থকা বুলি কব পাৰি।

**কমলা বৰুৱা ঃ** বিশুদ্ধ পানীৰ অভাৱত যেতিয়া মানুহে ...ঢ় অহা নদীৰ ময়লা বোকা-পানী খায়, যি পানীত ...চ কৰে, বানপানীত মৰা গৰু-ম'হ গেলি থাকে, সেই পানী... খাবৰ কাৰণেও ব্যৱহাৰ কৰিবলগা হয়—তেতিয়াও মানুহ... তৃষ্ণাৰ্ত্ত হৈ মৰা বুলি কব নোৱাৰি?

**ডি. চি. ঃ** আপুনি কি কব ...ছে?

**কমলা বৰুৱা ঃ** মই ...কৈ কব খুজিছোঁ যে একমাত্ৰ মৰুভূমিৰ বাহিৰে আন যি কোনো ঠাইতে ভোকাতুৰ মানুহে একো এটা মুখত নিদিয়াকৈ থকা ...নে? আপুনি এনে কথা ক'তো পঢ়া নাই নে

যে ভোকৰ জ্বালাত মানুহে নৰ-মাংস খাবলৈকো ... কৰে ? অনাহাৰৰ চৰকাৰী টেক্‌নিকেল্-সংজ্ঞা মানি চলিবলৈ হলে একমাত্র মৰুভূমিৰ বাহিৰে আন ক'তো অনাহাৰত মানুহ মৰা সম্ভৱ নহয়। কাৰণ মানুহে খাদ্য নেপালে অখাদ্য খাই হলেও প্রাণ ৰক্ষা কৰিবলৈ যত্ন কৰিব, আৰু মৰুভূমিৰ বাহিৰে আন ক'তো অখাদ্যৰ অভাৱ নহয়। কথাষাৰ যদি ইমানেই সহজ, তেন্তে আপুনি অত টকা আৰু সময়ৰ অপচয় কৰি তদন্ত কৰিবলৈ আহিছে কিয় ? অফিচত বহি লিখি দিলেই হলহেঁতেন যে, পহুমৰা যিহেতু চাহাৰা মৰুভূমি নহয়, তাত নিশ্চয় কোনেও খাবলৈ নেপাই মৰা নাই। যদি মৰিছে কিবা খাই হে মৰিছে। যদি ভাত খাবলৈ পোৱা নাই, তেন্তে কলগছ খাইছে, বনৰীয়া কচু সিজাই খাইছে, কুকুৰৰ মাংস খাইছে; আন একো নেপালেও খাবলৈ পোৱাবোৰৰ বিষ্ঠাকে খাইছে। তদন্তৰ নামত আপুনি তেন্তে ইয়ালৈ কাক ফাকি দিবলৈ আহিছে ? মাহৰ পিছত মাহ অৰ্দ্ধাহাৰ-অনাহাৰত জীৱনী-শক্তি ক্ষয় পোৱা মানুহে যেতিয়া অখাদ্য খায়, বিষাক্ত পানী খায়—তেতিয়া সেই মানুহৰ গ্ৰহণী নোহোৱাই আচৰিত কথা নহয় নে ? শুনক, মানুহ অনাহাৰত মৰিছিল নে নাই, সেই কথা প্রমাণ কৰা মোৰদ্বাৰা সম্ভৱ নহয়। কাৰণ জন্মান্ধক মই ৰঙা আৰু নীলা ৰঙৰ পাৰ্থক্য কেতিয়াও বুজাই দিব নোৱাৰোঁ। কিন্তু এটা কথা আজি মই নিজৰ ওচৰত প্রমাণ কৰিলোঁ। সেইটো হৈছে এই যে আপুনি এটা বিবেকহীন, হৃদয়হীন চৰকাৰৰ বিবেকহীন-হৃদয়হীন গোলাম। আপোনাৰ লগত কথা পতাও পাপ।

*   *   *

দৈনিক অসম দৰ্পণ

...চৰকাৰে আজি চি...ঙৰপৰা প্রেছ বিজ্ঞপ্তি এখনৰদ্বাৰা জনাইছে যে ১৯ অক্টোবৰৰ অ... দৰ্পণ আৰু অন্যান্য বাতৰি কাকতত ইছলামপুৰ মহকুমাৰ পহুমৰা অঞ্চলত দুৰ্ভিক্ষজনিত মৃত্যুৰ যি সংবাদ প্রকাশ হৈছিল, চৰকাৰী তদন্তৰ ফলত সেই সংবাদ অসত্য বুলি প্রমাণ পোৱা গৈছে।






দ্বাৰ উৱাচ : মন্ত্রীগণ ব্যস্ত, এবে ৰাজ্যৰ কাৰ্য্যত।
কাল ভৈলে দিবে তাৰা আপুনি সাক্ষাৎ...

## চিন্ময় চৌধুৰীৰ ডায়েৰীৰ ...শবিশেষ

'...মানুহবোৰে যদি ৰুটী খাবলৈ পোৱা নাই তেন্তে সিহঁতে কেক্ নেখায় কিয় ?' প্রশ্ন কৰিছিল ফৰাচী সম্রাজ্ঞী আঁতনিয়েটে। ফ্রান্সৰ ক্ষুধিত জনতাই সেই প্রশ্নৰ উত্তৰ দিছিল নৰ-ৰক্ত পান কৰি। ফৰাচী বিপ্লৱৰ উন্মত্ত জনতাৰ সমুখত থিয় হৈ কোনোবা মহাত্মা গান্ধীয়ে যদি অ...ৰ বাণী প্রচাৰ কৰিলেহেঁতেন, তেন্তে তাৰ

প্ৰতিক্ৰিয়া কি হলহেঁতন, সেই কথা কেৱল কল্পন[illegible] পাৰি। ইতিহাসৰ একমাত্ৰ নিৰ্ভুল শিক্ষা হল এয়ে যে মানুহে ইতিহাসৰপৰা একো শিক্ষা গ্ৰহণ নকৰে। ভাৰতবৰ্ষত প্ৰতি দিনে, প্ৰতি ঘণ্টাই লক্ষ লক্ষ মানুহ খাবলৈ নেপাই মৰিছে। কোটি কোটি মানুহে ছুৰ্ভিক্ষ-পীড়িত কঙ্কাল-সাৰ কুকুৰৰ দৰে মাটিত থেকেচা খাই পৰি কেও-মেও কৰি জীয়াই আছে। কাৰো মুখত এষাৰো প্ৰতিবাদ নাই। সমগ্ৰ দেশতে যেন শ্মশানৰ বৈৰাগ্য আৰু শান্তি বিৰাজ কৰিছে। সিদিনা মাত্ৰ পচুমৰাত পাঁচটা মানুহ খাবলৈ নেপাই মৰিল। খাদ্যৰ অভাৱ নাছিল, অভাৱ আছিল মাত্ৰ চৰকাৰী কৰ্ম্ম-তৎপৰতাৰ, সামাজিক বিবেক আৰু সততাৰ, মানৱীয় সহানুভূতিৰ। চৰকাৰী তদন্ত হল—দোষীক শাস্তি দিবৰ কাৰণে নহয়, শাসকদলৰ আত্ম-সমালোচনাৰ কাৰণে নহয়, তদন্তৰ প্ৰহসন চলিল কেৱল মূৰ্খ, দৰিদ্ৰ, অসহায় জনসাধাৰণৰ চকুত ধূলি দিবৰ কাৰণে। গান্ধীৰ শিষ্য দেশ-নেতাসকলে খুব ভালকৈয়ে জানে যে মানুহ মৰিছে অনাহাৰতেই, কিন্তু গান্ধীৰ শিষ্য সেই নেতাসকলৰ সাহস্ নাই সেই কথা ৰাজহুৱাভাৱে স্বীকাৰ কৰিবলৈ। কাৰণ গান্ধীৰ শিষ্যৰ ৰাজত্বত অনাহাৰত মানুহ মৰা প্ৰমাণিত হলে পাৰ্টিৰ ভৱিষ্যৎ বিপদাপন্ন হব। কিন্তু এই কৰুণ হৃদয়-বিদাৰক সত্যক গোপন কৰি তেওঁলোকৰ পাৰ্টিৰ ভৱিষ্যৎ আচলতে নিষ্কণ্টক হল নে? এনে ভয়ঙ্কৰ মিথ্যাৰ ভিত্তিতে কোনোবা পাৰ্টি চিৰকাল তিষ্ঠি থাকিব পাৰে নে? পাঁচটা মানুহৰ জীৱন পাৰ্টিৰ কাৰণে তুচ্ছ হব পাৰে, কিন্তু মানুহৰ জীৱন আৰু সত্যৰ প্ৰতি এই চৰম অসম্মানে যি ভয়ঙ্কৰ অভিশাপৰ বো[illegible] বহন কৰিছে, তাৰপৰা এই গৰ্ব্বোদ্ধত নিৰ্ব্বিবেক অমানুহৰ দল ৰক্ষা পাব কেনেকৈ? ক্ৰীতদাসৰ দলে এদিন শক্তি মদ-মত্ত ৰোমান সাম্ৰাজ্যক পুৰি ছাৰখাৰ কৰি দিছিল। নিজকে ঈশ্বৰ বুলি ভবা গৰ্ব্বান্ধ ৰোমান সম্ৰাট এদিন উৎপীড়িত জনতাৰ ক্ৰোধাগ্নিত পুৰি ছাই হৈ গৈছিল। পেটৰ ভোকে পশুত পৰিণত কৰা ফ্ৰান্সৰ জনতাই এদিন বুৰ্ব্বন্ ৰাজ-পৰিয়াল আৰু পেৰিচৰ অভিজাত সম্প্ৰদায়ক কামুৰি বখলিয়াই নিঃশেষ কৰি দিছিল। [illegible] ভোকেই জীৱনৰ



আ[illegible] পেটৰ ভোকে মানুহ আৰু পশুৰ পাৰ্থক্য নোহোৱা কৰে। ভোকাতুৰ পশুৱৎ মানুহৰ কাণত গান্ধী আৰু যিশুৰ অহিংসাৰ 'ললিত-বাণী শুনাইবে ব্যৰ্থ পৰিহাস'। ভাৰতবৰ্ষৰ নতুন বুৰ্ব্বন্ আৰু অভিজাত সম্প্ৰদায়ে এই দেশৰ দৰিদ্ৰ জনতাক পশুত পৰিণত কৰিছে। মানুহতকৈ পাৰ্টিক ডাঙৰ কৰিবলৈ গৈ সিহঁতে হীনতম মিথ্যাৰ আশ্ৰয় লৈছে। সেই দিন আৰু বেছি দূৰত নাই, যিদিনা এই মৃতপ্ৰায় মানুহবোৰে ভোকত উন্মাদ হৈ ভাৰতবৰ্ষৰ মাটিত দ্বিতীয় এটা ফৰাচী বিপ্লৱৰ সূচনা কৰিব। পাৰ্টিৰ মিছা ইজ্জত বচাবলৈ গৈ শাসকদলে আজি যি ঘৃণ্যতম অসত্যৰ আশ্ৰয় ললে, সেই পাপৰ প্ৰায়শ্চিত্ত কৰিব লাগিব ৰক্তৰ নদীত স্নান কৰি। ই ইতিহাসৰ অমোঘ বিধান, তাৰপৰা কাৰো নিস্তাৰ নাই। শাসকদল এতিয়াও সাৱধান হওক। যি মুখেৰে তেওঁলোকে গান্ধীৰ নাম লয়, সেই মুখেৰে নিজৰ পাপ প্ৰকাশ্যভাৱে স্বীকাৰ কৰক! ক্ষুধিতৰ ক্ৰোধাগ্নি স্বৰূপ আসন্ন প্ৰলয়ৰপৰা ৰক্ষা পাবৰ একমাত্ৰ উপায় হল শাসকদলৰ আত্ম-সমালোচনা আৰু আত্মশুদ্ধি। বাহিৰত দেখাত দেশ এতিয়াও শান্ত। কিন্তু মাটিত কাণ পাতিলেই শুনা যায়—তলে তলে এটা গুৰু গুৰু ধ্বনি উঠিছে। বিৰাট ভূমিকম্পৰ পূৰ্ব্বাভাস। প্ৰকৃতি নিষ্ঠুৰ, অন্ধ আৰু উদাসীন। সি দোষী-নিৰ্দ্দোষী সকলোকে সমানে ধ্বংস কৰে। ১৯৬৪ চনত ফৰাচী বিপ্লৱৰ অত্যাচাৰ আৰু নিষ্ঠুৰতাৰ সমালোচনা কৰিব পাৰি, কিন্তু ক্ষুধাতুৰ ফৰাচী জনতাৰ যন্ত্ৰণাৰ জ্বালা অনুভৱ কৰিব নোৱাৰি। কিন্তু ভাৰতবৰ্ষৰ জনতাৰ যন্ত্ৰণা এতিয়াও অনুভৱ কৰিব পৰা অৱস্থাত আছে, সময় থাকোঁতেই তাৰ প্ৰতি সহানুভূতিশীল নহলে ভৱিষ্যতে তেওঁলোকক সমালোচনা কৰিবলৈ কাৰো নৈতিক অধিকাৰ নেথাকিব।

# ॥ ভাৰতবৰ্ষ ঃ ১৯৪৭—৬৫ ॥

আঘোণ-মহীয়া ৰাতিপুৱাৰ মিঠা ৰ'দ গাত লৈ কেইজনমান বন্ধুৱে কথা পাতিছিলোঁ। অৱশ্যে ইয়াৰদ্বাৰা কোনেও যেন ভুল নুবুজে যে কৰিবলৈ হাতত একো কাম নোহোৱাৰ কাৰণে আমি বহি বহি কেৱল কথাৰ মালিহা মাৰিছিলোঁ! আচলতে আমাৰ আলোচনাৰ বিষয়-বস্তু আছিল অতি গভীৰ আৰু গুৰুত্বপূৰ্ণ। অধিক শস্য উৎপাদনৰ প্ৰয়োজনীয়তাৰ বিষয়ে ৰাইজক বুজাবলৈ এজন মন্ত্ৰী আহিব, তাৰ কাৰণে এখন ৰাজহুৱা সভা পাতিব লাগে। সভা আহ্বান কৰাৰ দায়িত্ব যিজনৰ ওপৰত অৰ্পিত হৈছিল, তেওঁ এটা গুৰুতৰ সমস্যাৰ সন্মুখীন হৈছে। আঘোণৰ শেষ পষেক, গাঁৱৰ মতা-মইকী সকলো মানুহ ধান দোৱা আৰু ডাঙৰি অনাত ব্যস্ত। কাৰো উশাহ পৰ্য্যন্ত লবলৈ সময় নাই। এনে সময়ত পথাৰৰ শস্য ঘৰলৈ নচপাই শস্য উৎপাদনৰ প্ৰয়োজনীয়তাৰ বিষয়ে মন্ত্ৰীৰ বক্তৃতা শুনিবলৈ কোনোবা মানুহ যে আহিব, তাৰ কোনো আশা নাই। কিন্তু সভাৰ আহ্বায়কে মন্ত্ৰীক সেই কথা কয় কেনেকৈ? কলেই এই কথা প্ৰমাণ হৈ যাব যে সেই অঞ্চলৰ ৰাইজৰ মাজত তেওঁৰ প্ৰভাৱ প্ৰতিপত্তি একো নাই, গতিকে তেওঁ মন্ত্ৰীৰ পাছে পাছে ফুৰিবৰ যোগ্য নহয়। লগতে এই কথাও ওলাই পৰিব যে দেশ-প্ৰেম আৰু ৰাজনৈতিক চেতনাৰ ক্ষেত্ৰত সেই অঞ্চলৰ ৰাইজ অতি পাছ-পৰা। বক্তৃতা দিবলৈ গৈ মন্ত্ৰীয়ে যদি দেখে যে পঞ্চায়তৰ সভাপতি, সম্পাদক আৰু সভাৰ আহ্বায়কজনৰ বাহিৰে বয়সস্থ মানুহ সভাস্থলীত আন কোনো নাই, কেৱল



টাইটে... লোভ দেখুৱাই ওচৰৰ পাঠশালাৰপৰা ধৰি অনা সৰু সৰু লৰা-ছোৱালী এজাকে কেতিয়া তাৰপৰা পলাব পাৰি তাৰে চিন্তাত অস্থিৰ হৈ বহি আছে—তেতিয়া যে মন্ত্ৰীৰ মনৰ অৱস্থা কি হব সেই কথা কল্পনা কৰিয়েই যোৱা তিনি ৰাতি আহ্বায়কৰ টোপনি অহা নাই। ভাবি-চিন্তি একো উপায় উলিয়াব নোৱাৰি আজি তেওঁ মোৰ ওচৰলৈ আহিছে, লগত আৰু তিনিজনক লৈ। তাৰে এজন পঞ্চায়তৰ সভাপতি, বাকী দুজন চৰকাৰী কৰ্ম্মচাৰী।

এনেকুৱা সমস্যা মোৰ বাবে একো নতুন কথা নহয়। বৰং কবলৈ গলে প্ৰায় প্ৰতিদিনেই মই এনেধৰণৰ সমস্যাৰ সন্মুখীন হওঁ। গতিকে বন্ধুজনক উপায় এটা দিবলৈ মোৰ বেছিপৰ নেলাগিল। কিন্তু সিমান পৰে আমাৰ গাত মিঠা ৰ'দ আৰু কথাৰ ৰাগি লাগিছে, উঠি যাবলৈ কাৰো মন নাই। তাতে পঞ্চায়তৰ সভাপতিজন হল অতি চিৰিয়াছ স্বভাৱৰ মানুহ; য'তে যেতিয়াই সুবিধা পায় নানা ধৰণৰ সামাজিক সমস্যাৰ কথা অৱতাৰণা নকৰাকৈ তেওঁ থাকিব নোৱাৰে। এটাৰ পিছত এটাকৈ তেওঁ কথা উলিয়াবলৈ ধৰিলে—তেওঁৰ পঞ্চায়তৰ কৃষি-পৰিকল্পনা, খেতিত সাৰ প্ৰয়োগৰ প্ৰতি ৰাইজৰ উদাসীনতা, ভাৰত-পাকিস্তান সংঘৰ্ষ, বয়-বস্তুৰ চৰা দাম—আৰু প্ৰতিটো বিষয়তে নিজৰ নিজৰ জ্ঞানৰ গভীৰতা আৰু মৌলিকতা জাহিৰ কৰিবলৈ পাই বাকীকেইজনো আলোচনাত মচগুল হৈ পৰিল। ডেকা কৰ্ম্মচাৰী দুজনে কিন্তু বেছিসময় গাঁও পঞ্চায়তৰ ক্ষুদ্ৰ পৰিসৰ কিম্বা বস্তুৰ মূল্য বৃদ্ধিৰ দৰে তুচ্ছ বিষয়-বস্তুতে আবদ্ধ থাকিব নোৱাৰিলে। কিছুসময়ৰ পিছতে যুৱকোচিত অসহিষ্ণুতাৰে তেওঁলোকে ঘোষণা কৰিলে যে এইবোৰ সৰু-সুৰা কথাত মূৰ ঘমাই একো লাভ নাই। তাৰদ্বাৰা সময়ৰ অপচয় হয় মাত্ৰ। আচল সমস্যা হল সামাজিক অসাম্য আৰু দাৰিদ্ৰ্যৰ বিৰুদ্ধে সংগ্ৰাম। কিন্তু পুঁজিপতিৰ দ্বাৰা প্ৰভাৱান্বিত বৰ্ত্তমান চৰকাৰে সামাজিক অসাম্য বা দাৰিদ্ৰ্য একো এটাকে দূৰ কৰিব নোৱাৰে—বা আচল সত্য কথা কবলৈ গলে—...ৰি নোখোজে। গতিকে—(উত্তেজনাত ডেকা

হুজনৰ মুখ ৰঙা হৈ আহিল) বৰ্ত্তমানৰ শাসন-যন্ত্ৰত ... মূল পৰিবৰ্ত্তন নাইবা সমগ্ৰ সমাজতে বিৰাট এটা বিপ্লৱ নোহোৱালৈকে কোনো এটা সমস্যাৰেই সমাধান সম্ভৱ নহয়।

পঞ্চায়তৰ সভাপতি আৰু গাঁৱলীয়া নেতাজনৰ মুখৰ ভাব দেখি বুজা গল যে তেওঁলোকে মনে মনে অলপ অস্বস্তি অনুভৱ কৰিছে। তেওঁলোকৰ অৱস্থা হল মহাভাৰতৰ ভীষ্ম, দ্ৰোণ আদিৰ দৰে। কৌৰৱসকলে যে অন্যায় আৰু দুষ্কাৰ্য্য কৰিছে সেই কথা আনকি প্ৰকাশ্যভাৱে স্বীকাৰ কৰাতো কোনো বাধা নাই, তাৰবাবে তেওঁলোকক সদুপদেশ দিব আৰু সমালোচনা কৰিবও পাৰি; কিন্তু তেওঁলোকৰ অন্নেৰে প্ৰতিপালিত হৈ যুদ্ধক্ষেত্ৰত তেওঁলোকৰ বিৰুদ্ধেই অস্ত্ৰধাৰণ অসম্ভৱ। অতি বিজ্ঞৰ দৰে বিষণ্ন হাঁহি একোটা মাৰি পঞ্চায়ত সভাপতি আৰু গাঁৱলীয়া নেতাজনে সমুখৰ আলিবাটত অহা-যোৱা কৰা মানুহ নিৰীক্ষণ কৰিবলৈ ধৰিলে।

শ্ৰোতাৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰিবলৈ বিপ্লৱী ডেকা দুজনৰ সময় নাই। তাৰে এজনে আঙুলি জোকাৰি জোকাৰি উত্তেজিতভাৱে কবলৈ ধৰিলে—"শইকীয়া, চৰকাৰী কৰ্ম্মচাৰী হলেও মই সঁচা কথা কবলৈ ভয় নকৰোঁ। শুনক, আপুনি কব খোজে যে দেশ স্বাধীন হোৱাৰ পিছত কংগ্ৰেছী চৰকাৰৰ আমোলত দেশৰ বহুতো উন্নতি হল, পঞ্চবাৰ্ষিকী পৰিকল্পনাবোৰৰ ফলত দেশৰ সমৃদ্ধি বহুগুণে বৃদ্ধি পালে। কিন্তু সমৃদ্ধি হৈ কি হব—যদি উচিত মতে তাৰ বিতৰণ নহয়? উন্নতি হোৱা মানে আপুনি কি বুজে, যদি স্বাধীনতা লাভৰ ওঠৰ বছৰৰ পিছতো, তিনিটাকৈ পঞ্চবাৰ্ষিকী পৰিকল্পনা পাৰ হৈ যোৱাৰ পিছতো আজিও দেশত কোটি কোটি মানুহ অনাহাৰ-অৰ্দ্ধাহাৰত মৰিবলগা হয়?..."

আনজন ডেকাই কেতিয়া তেওঁৰ কথা কবৰ সুযোগ আহে তাৰ কাৰণে অস্থিৰ হৈ অপেক্ষা কৰি আছিল, কিন্তু বন্ধুজনৰ মুখ সহজে বন্ধ হোৱাৰ আশা নেদেখি থাপ মাৰি তেওঁ মাত লগালে—"ৰব, ৰব, মই কওঁ শুনক। 'ফাইভ ইয়েৰ প্লেন'বোৰ নিষ্ফল হৈছে বুলি ... উচিত নহয়।



আচল ... এইবোৰৰ ফলত দেশৰ যথেষ্ট উন্নতি হৈছে, জাতীয় সম্পদ বহুগুণে বৃদ্ধি পাইছে। কিন্তু হলে কি হব? মহলানবিশ কমিটিৰ ৰিপোৰ্টৰ কথা আপোনালোকে কব নোৱাৰে? আচল বস্তুটো তাত হে আছে। পাৰোঁতেনো ৰিপোৰ্টখন গোপন কৰিবলৈ আপোনাৰ কংগ্ৰেছ চৰকাৰে কম চেষ্টা কৰিছিল নে? এই বাঁওপন্থী দলবোৰে যে মেলে-মিটিঙে কৈ ফুৰে বোলে স্বাধীনতা পোৱাৰ পিছৰপৰা ধনীবোৰ অধিক ধনী আৰু দুখীয়াবোৰ অধিক দুখীয়া হৈ গৈ আছে, মহলানবিশ কমিটিয়ে অঙ্ক কৰি প্ৰমাণ কৰি দিলে সেই কথা। তেওঁলোকে দেখুৱাই দিলে—যোৱা পোন্ধৰ বছৰত আমাৰ যিমান সম্পদ বাঢ়িছে তাৰ শতকৰা ৭৫ ভাগ গৈছে সমগ্ৰ জনসংখ্যাৰ কেৱল মাত্ৰ শতকৰা দহজনৰ ভঁৰাললৈ, বাকী শতকৰা ৯০জনৰ ভাগত পৰিছে মুঠ জাতীয় সম্পদৰ মাত্ৰ শতকৰা ২৫ অংশ। এয়েই আপোনাৰ ডেম'ক্ৰেটিক-ছ'চিয়েলিজমৰ নমুনা? এই কৰিয়েই আপুনি সামাজিক অসাম্য আৰু দাৰিদ্ৰ্য দূৰ কৰিব খোজে? ভণ্ড বদ্‌মাইচৰ দল। ষ্টেটিষ্টিক্‌চৰ হাত চাফাইৰ খেলা দেখুৱাই সিহঁতে জনতাৰ চকুত ধূলি দিব খোজে। অৰ্দ্ধ-শিক্ষিত একো একোটা তথাকথিত লীডাৰ, সিও ভাটৌৰ দৰে চৰকাৰী 'হেণ্ড আউট্' মুখস্থ কৰি আহি ইলেক্‌শ্যন-মিটিঙত বক্তৃতা দিয়ে—'ৰাইজসকল, ১৯৪৭ চনত আমাৰ জনমূৰি আয় আছিল মাহে সাত টকা মাত্ৰ; আজি জাতীয় চৰকাৰৰ আশাশুধীয়া যত্নৰ ফলত জনমূৰি আয় মাহে পঁচিশ টকালৈ বৃদ্ধি পাইছে; চতুৰ্থ পৰিকল্পনাৰ শেষত ই চল্লিশ টকালৈ বৃদ্ধি হব। ৰাইজৰ অৱস্থাৰ যে উন্নতি হৈছে ইয়াতকৈ তাৰ ডাঙৰ প্ৰমাণ কি লাগিছে?' ভণ্ড বদ্‌মাইচৰ দল! দৰিদ্ৰৰ অন্ন-বস্ত্ৰ হৰণ কৰি কেৱল সংখ্যাৰ ভোজ-বাজীৰে সিহঁতে তাক জীয়াই ৰাখিব খোজে। সিহঁতে মানুহ চিনি নেপায়, চিনি পায় কেৱল সংখ্যা।"

উঠি অহা বেলিৰ ৰ'দৰ উত্তাপ আৰু ডেকা দুজনৰ কথাৰ উত্তাপ দুয়োটা মিলি জাৰৰ জড়তা একেবাৰে দূৰ কৰি দিলে। বেছ ভালেই লাগি আহিছিল ...ৰ। ভাবোচ্ছ্বাসত ৰঙা পৰা ডেকা মানুহৰ মুখ

চাবলৈ কাৰনো ভাল নেলাগে ? আন নহলেও ই অ... ...জকে বিজ্ঞতৰ বুলি ভাবিবলৈ সুযোগ দিয়ে। আহা বেচেৰাহঁত! তোমালোকৰ বয়সত আমিও এদিন বিপ্লৱ কৰাৰ স্বপ্ন দেখিছিলোঁ, সমগ্ৰ পৃথিবীখন ভাঙি-ছিঙি চূৰমাৰ কৰি নতুনকৈ গঢ়াৰ স্বপ্ন দেখিছিলোঁ। ধনী আৰু ক্ষমতাশালী ব্যক্তি মাত্ৰেই আমাৰ চকুতো এদিন আছিল কেৱল ভণ্ড আৰু বদ্‌মাইচ। পিছে আজিকালি আমি আৰু তেনেকৈ নেভাবোঁ। পৃথিবীখন নতুনকৈ গঢ়াৰ স্পৰ্দ্ধাও আমাৰ আৰু নাই। A sadder and a wiser man। এতিয়া মই অন্ততঃ লৰাহঁতৰ কাৰণে মাটি এডোখৰ কিনি ঘৰ এটা কেনেকৈ সাজি থৈ যাব পাৰোঁ সেই চিন্তাতে অহৰহ ব্যস্ত। তোমালোকৰো সেই দিন অতি সোনকালেই আহিব ধৰিছে বোপাহঁত, কাৰণ সকলোৰেই জীৱন আৰম্ভ কৰে তোমালোকৰ দৰে শেনটো হৈ, শেষ কৰে আমাৰ দৰে ফেচাটো হৈ।

ডেকাজনৰ বক্তৃতাৰ বিৰাম পৰা দেখি পঞ্চায়ত সভাপতিয়ে মোৰ-ফালে চাই মাত লগালে—"ইমান পৰ বহিলোঁ, চাহ একাপো নুখুৱায় নে ? শুদা চাহ কিন্তু খাব নোৱাৰোঁ, লগতে তাহৰো ব্যৱস্থা কৰক।"

সভাপতিৰ কথা শুনি মনে মনে অলপ লাজেই পালোঁ। বহুত আগতে চাহ একাপ যচা উচিত আছিল মোৰ। মানুহকেইজনক যিমান পাৰোঁ সোনকালে খেদোঁ বুলিয়েই ইচ্ছা কৰিয়ে চাহৰ কথা নুলিয়ালোঁ। কিন্তু এতিয়া আৰু উপায় নাই, বান্ধনি লৰাটোক মাতি চাহ-জলপানৰ হুকুম দিবলৈ বাধ্য হলোঁ।

উঠিবৰ সময় হোৱা বুলি ভাবি হে বোধহয় আমাৰ ডেকা বন্ধু দুজন নিৰৱ হৈ পৰিছিল, কিন্তু এতিয়া চাহৰ প্ৰস্তাৱ শুনি আৰু একোটা বক্তৃতাৰ কাৰণে তেওঁলোকক সাজু হোৱা যেন দেখা গল। চিগাৰেট জ্বলাই লৈ প্ৰথম ডেকাজনে মাত লগালে—"এখেত বঢ়াই ঠিকেই কৈছে। শোষক পুঁজিপতি আৰু তেওঁলোকৰ ক্ৰীতদাস এই চৰকাৰৰ চকুত মানুহৰ কোনো মূল্য নাই। নহলে লাখ লাখ মানুহ অৰ্দ্ধাহাৰ-অনাহাৰত তিলে তিলে মৰা দেখিও সিহঁতে নিশ্চেষ্ট হৈ বহি



থাকিব পাৰে নে ? এটা চোৰাং কাৰবাৰী, এটা লাভখোৰ, এটা গোপন মজুতদাৰকো সিহঁতে জেললৈ পঠিয়াব নোৱাৰে নে ?" ঠিক এই গততে ডেকাজনৰ বক্তৃতা চলি থাকিল। পঞ্চায়ত-সভাপতি আৰু গাঁৱলীয়া নেতাজনে এনে এটা অপৰাধী মুখ-ভঙ্গি কৰি তলমূৰ কৰি বল—যেন এই সমস্ত অগ্নিগৰ্ভ সমালোচনাৰ লক্ষ্য তেওঁলোক দুজনেই। অৱশ্যে মোৰ সন্দেহ হল—এই অপৰাধ-বোধৰ লগতে যেন মিহলি হৈ আছে কিছু গৰ্ব্ব, কিছু আত্মপ্ৰসাদৰ ভাৱ—কাৰণ দেশৰ সমস্ত ক্ষুদ্ৰ বঞ্চিত মানুহৰ অক্ষম ক্ৰোধৰ লক্ষ্য শাসকদলৰ তেওঁলোকো জানো একো একোজন ধ্বজাধাৰী নহয় ? যাৰ অভিজ্ঞতা আছে তেওঁ জানে যে অনেক সময়ত প্ৰিয়পাত্ৰ বা প্ৰশংসিত হোৱাতকৈ ঈৰ্ষিত হোৱাৰ তৃপ্তি বেছি।

যাহওক, এনেতে চাহ আহিল, লগত একোটাকৈ সিদ্ধ কণী। ব'দত বহি বহি মুখ চোবাই আটাইৰে বোধহয় পিয়াহ লাগিছিল, সকলোৱে পৰম আগ্ৰহেৰে চাহৰ কাপত মুখ দিলে।

কিছুপৰ কাৰো মুখত মাত-বোল নাই, সকলোৰে দৃষ্টিও হাতৰ চাহৰ কাপ আৰু কণীতে নিবদ্ধ। হঠাতে কাণৰ কাষত 'বাবা গো' বুলি এটা কাতৰ স্বৰ শুনি আমি আটাইকেইজন প্ৰায় চঁক খাই উঠিলোঁ। ঘূৰি চাই দেখোঁ তিনিটা শিশুৰে সৈতে এজনী ভিক্ষাৰিণী। আমাৰ মুখলৈ চাই কাতৰ অস্ফুট কণ্ঠেৰে তাই মাত লগালে—"এক মুঠো ভিক্ষা, বাবা—"

পঞ্চায়ত-সভাপতিয়ে এবাৰ তাইৰ ফালে পোন্দোৰাকৈ চাই হাতৰ আধা-খোৱা কণীফাল মুখত ভৰালে। কণীখিনি কিছুসময় চোবাই কথা কব পৰা হলত তেওঁ মাত লগালে—"আও, এইজনী কম তিৰোতা নহয় সঁচাকৈয়ে। আহি একেবাৰে এইখিনি পাইছেহি। যা, যা, কথা পাতিবৰ সময়ত দিগদাৰি কৰি নেথাকিবিহি।" জেপৰপৰা পইচা পাঁচটা উলিয়াই তাইৰ ফালে মাটিত দলি মাৰি দি তেওঁ পুনৰ চাহৰ কাপত মুখ দিলে।

গাঁৱলীয়া ... জনে ( দুখৰ বিষয় মই তেওঁৰ নামটো নেজানো )



'বাবু, এটা পইচা……'

জিভাৰ আগেৰে ওঁঠত লাগি থকা কণীৰ কুহুম অকণ চেলেকি প্ৰশ্ন কৰিলে—"ক'ৰনো তিৰোতা এইজনী ? আপুনি চিনি পায় নেকি ?"

"কিয়, আপুনি চিনি পোৱা নাই ?"—পঞ্চায়ত-সভাপতিয়ে অলপ বিৰক্তিৰেই উত্তৰ দিলে—"পহুমৰাৰ মহেন্দ্ৰ গাঁওবুঢ়াৰ ঘৰৰ ওচৰৰে সেই যে বঙালী মানুহ-ঘৰ—কানাই হবলা এইৰ গিৰিয়েকৰ নাম—এইক নো কোনে চিনি নেপায় সেই অঞ্চলত।" তাৰপিছত মাতটো সৰু কৰি চকু-মুখৰ অদ্ভুত ভঙ্গীৰে তেওঁ ঘোষণা কৰিলে—"প্ৰছ !"

লগে লগে ইমানপৰ কৌতূহলহীন আৰু নিৰ্ব্বিকাৰ হৈ থকা তিনিযোৰ চকুৰ দৃষ্টি ভিক্ষাৰিণীজনীৰ ফালে ধাবিত হল। ভিক্ষাৰিণী বা জননী হিচাপে যাৰ কোনো মূল্য নাছিল, 'প্ৰছ' (!) হিচাপে তাই বোধহয় এটা আকৰ্ষণৰ বস্তু হৈ পৰিল।

স্থলভ নাৰীদেহৰ প্ৰতি স্বভাৱসুলভ কৌতূহলেৰেই বোধহয় গাঁৱলীয়া নেতাজনে ভিক্ষাৰিণীজনীৰ প্ৰতি দৃষ্টি [illegible]ক্ষপ কৰিছিল,



কিন্তু ঠিক সেই মুহূৰ্ত্ততে এই কথাও বোধহয় তেওঁৰ মনত খেলালে যে তেওঁৰ দৰে বয়সস্থ নেতা এজনৰ পক্ষে এনে কৌতূহল অশোভনীয়। কৃত্ৰিম ঘৃণাত মুখখন বিকৃত কৰি তেওঁ ভোৰভোৰাই উঠিল—"ছিঃ, কি দেখিলোঁ ৰাতিপুৱাই। এই বঙালীবোৰ সোমায়েই আমাৰ গাঁৱলীয়া সমাজখনো নষ্ট কৰিবলৈ আৰম্ভ কৰিছে।"



'চাহাব, কিছু ডলাৰ…'

ডেকা কৰ্ম্মচাৰী দুজনৰ বোধহয় তেনে কোনো নৈতিক আনুগত্য বা দায়িত্ব নাই! নিবিড় কৌতূহলেৰে তেওঁলোকে কিছুসময় তিৰোতাজনীক লক্ষ্য কৰিলে। অলপ সময়ৰ পিছত হতাশ মুখ-ভঙ্গীৰে অনুচ্চ কণ্ঠেৰে এজনে মাত লগালে—"ধেৎ, এনে এজনী তিৰোতাৰ ওচৰলৈকো যে কোনোবা মানুহ যাব পাৰে—মই সেই কথা কল্পনাই কৰিব নোৱাৰোঁ। গাত কেৱল হাড় আৰু ছাল। আৰু কি লেতেৰা !" —অকৃত্ৰিম ঘৃণাত আপোনা-আপুনি তেওঁৰ নাকটো কোঁচ খাই গল।

ভিক্ষাৰিণীজনীৰ সম্পৰ্কে এইবোৰ বিভিন্ন মন্তব্য আৰু প্ৰতিক্ৰিয়া চলি থাকোতে তাই মাটিৰপৰা পইচাটো বুটলি লৈ হাত দুখন যোৰ কৰি আকৌ মাত লগালে—'বাবা, একটা কথা…"

মোৰ বন্ধুসকলৰ তাইৰ কথা শুনিবলৈ তেতিয়া সময় নাই। তেওঁলোকে তেতিয়া তাইক পৰীক্ষা কৰাত আৰু তাইৰ বিষয়ে নিজৰ নিজৰ মন্তব্য দিয়াত ব্যস্ত।

মই যিহেতু তাৰ এটাও কৰা নাছিলোঁ, মই মনোযোগেৰে সৈতে তাইক লক্ষ্য কৰিলোঁ। তিৰোতাজনী যথেষ্ট ক'লা আৰু ক্ষীণ, কিন্তু মুখখনত এনে এটা প্ৰচ্ছন্ন লাৱণ্যৰ আভাস আছে—যাৰ কাৰণেই তাই বোধহয় 'প্ৰছ' আখ্যা পাবলগা হৈছে। বেছিভাগ ক্ষেত্ৰতে দেখা যায় যে ভিক্ষাৰিণী সুন্দৰী হোৱাটো এটা অপৰাধ। সি যিকি নহওক, তাইৰ বয়স ২৪-২৫তকৈ বেছি হব নেলাগে, কিন্তু দুখ-কষ্টই অকালতে তাইক বুঢ়ী কৰি আনিছে। অতিপাত ময়লা ক'লা এখন শাৰীৰ বাহিৰে তাইৰ গাত দ্বিতীয় আন কোনো কাপোৰ নাই। তাৰে আঁচলেৰে প্ৰায় এবছৰীয়া উলঙ্গ শিশু এটাক তাই টোপোলা বান্ধি বুকুত সাবটি আছে। বাকী দুটা লৰা—এটা প্ৰায় পাঁচ বছৰীয়া, আনটো তিনি বছৰীয়া—মাকৰ গাৰ ওচৰতে থিয় হৈ সিহঁতে এক দৃষ্টিৰে মোৰ প্লেটৰ কণীটোলৈ চাই আছে। সিহঁতৰ পিন্ধনত কোনোদিন পানীৰ মুখ নেদেখা শতচ্ছিন্ন দুটা বনিয়নৰ বাহিৰে আন একো নাই। পহুমৰাৰপৰা ভিক্ষা কৰি আহি আহি এইখিনি পাইছেহি যেতিয়া সিহঁত নিশ্চয় খুব পুৱাই ঘৰৰপৰা ওলাব লগা হৈছে। আৰু ডিচেম্বৰ মাহৰ এই হাড়-কঁপোৱা জাৰত এই অকণমান শিশু দুটাৰ গাত মাত্ৰ দুটা শতচ্ছিন্ন বনিয়ন—সিও নিশ্চয় ভিক্ষা-লব্ধ।

দৃশ্যটো বেছি সময় চাই থাকিবলৈ মোৰ ভাল নেলাগিল। নিজে নিজে মোৰ মুখৰপৰা এটা ধমক বাহিৰ হৈ আহিল—"এই, পইচা পালিয়েই দেখোন, নেযাব কিয় ইয়াৰপৰা। যা, যা—ভাগ।"

"বাবা একটা কথা···।"

পঞ্চায়ত-সভাপতিৰ এইবাৰ বোধহয় ধৈৰ্য্যচ্যুতি ঘটিল। আমি পৰ্য্যন্ত চঁক খাই উঠাকৈ মস্ত ধমক এটা দি তেওঁ চিঞৰি উঠিল—"কি 'একটা কথা, একটা কথা' বুলি পেনপেনাই আছ অথনিৰেপৰা। যা বুলিছোঁ নহয় তোক। পইচা পালি, গুচি যাব লাগে। আৰু কি কথা থাকিব পাৰে তোৰ?"

চকীখন আৰু অলপ ঘূৰাই লৈ তাইলৈ সম্পূৰ্ণ পিঠি দি তেওঁ এটা চিগাৰেট জ্বলালে। তেওঁৰ মুখৰ ভাব দেখি বুজা গল—তাই যাওকে



বা নেযাওকে, অন্ততঃ তেওঁৰ কাৰণে তাইৰ কোনো অস্তিত্ব নাই। সেই কথাকে সুস্পষ্টভাৱে বুজাই দিবৰ কাৰণে তেওঁ চৰকাৰী কৰ্ম্মচাৰী এজনক উদ্দেশ্য কৰি সুধিলে—"আচ্ছা বড়া, আপুনি আমাৰ সেই মাল্‌টি-পাৰ্পাছ ফাৰ্ম্মৰ স্কীমখনৰ বিষয়ে কি কৰিলে? সেইখন সোনকালে কৰি শেষ কৰিব লাগিছিল নহয়। জানুৱাৰীৰ ভিতৰতে স্কীমখন দিব নোৱাৰিলে এই বছৰ টকাটো পোৱা টানেই হব।"

উত্তৰত বড়াই কিবাকিবি বহুত কথা কলে, মাজতে আনজন কৰ্ম্মচাৰী আৰু গাঁৱলীয়া নেতাজনেও আলোচনাত ভাগ ললে, পঞ্চায়ত-সভাপতিয়ে আৰো দুই-এটা প্ৰশ্ন কৰিলে—মুঠতে বহুত সময় ধৰি দেশৰ কৃষি-বিপ্লৱৰ বিভিন্ন পৰিকল্পনা সম্পৰ্কে আলোচনা চলি থাকিল। ময়ো মাজে মাজে মূৰ দুপিয়াই আৰু ওঁ, হুঁ কৰি তেওঁলোকৰ কথা শুনাৰ ভাও ধৰিবলৈ বাধ্য হলোঁ, কিন্তু আচলতে তেওঁলোকৰ এটা কথাও মোৰ কাণত নোসোমাল। ভিক্ষাৰিণীজনীৰ 'একটা কথা'নো কি তাকে শুনিবৰ কাৰণে তাইৰ ফালে নোচোৱাকৈয়ে মই উৎকৰ্ণ হৈ ৰলোঁ। কাৰণ পঞ্চায়ত-সভাপতিৰ গৰ্জ্জনলৈ ভ্ৰূক্ষেপ নকৰি তাই তেতিয়াও একেঠাইতে নিশ্চল হৈ থিয় হৈ আছিল, আৰু বাৰে বাৰে কব খুজিও কব নোৱাৰা তাইৰ সেই 'একটা কথা'ৰ অপ্ৰকাশৰ যন্ত্ৰণাত তাইৰ ওঁঠ দুখন বাৰে বাৰে কঁপি উঠিছিল। তাইৰ এই এটা কথা শুনুৱাবৰ কাৰণে কিমানৰ ওচৰত তাই এনেকৈ হাতযোৰ কৰি থিয় হৈছেগৈ, আৰু ঠিক এনেকৈয়ে কাকো শুনুৱাব নোৱাৰি কিমান দিন চাগৈ তাই সেই অপ্ৰকাশ বেদনাৰ ভাৰ নিৰৱে বহন কৰি ফুৰিছে—সেই কথা কল্পনা কৰি মই কিছুসময় স্তব্ধ হৈ ৰলোঁ।

বহুত পৰ তাইৰ মুখৰ এষাৰো মাত নুশুনি মই এবাৰ কেৰাহিকৈ তাইলৈ চালোঁ। ঠিক সেই মুহূৰ্ত্তটোৰ কাৰণেই যেন তাই ইমান পৰে অপেক্ষা কৰি আছিল, মোৰ চকুত চকু পৰা মাত্ৰে তাই আৰম্ভ কৰিলে—"বাবা, আপোনালোকে মোৰ কথা নুশুনিলে কোনে শুনিব?

মইতো সদায় ভিক্ষা কৰি খোৱা নাছিলোঁ। আমাৰ নিজৰ খেতি আছিল বাবা, খেতিত কাম কৰি ঘৰৰ ভাতেৰেই দিনে এসাজ নহলেও এসাজ খাইছিলোঁ। কিন্তু…"

ভিক্ষাৰিণীজনীয়ে এইখিনি কথা কয়মানে মোৰ বন্ধুবৰ্গৰ আলোচনা কিন্তু বন্ধ হোৱা নাছিল। তেওঁলোকে তেতিয়া পৰম উৎসাহেৰে বহুমুখী কৃষি-কাৰ্য্যৰ খুঁটি-নাটি আলোচনা কৰাত ব্যস্ত। এনে এটা জৰুৰী আলোচনাৰ মাজতে ভিক্ষাৰিণীজনীয়ে তাইৰ বিননি আৰম্ভ কৰি দিয়াৰ কাৰণে বন্ধুকেইজনৰ বৰ খং উঠিল, আটাইকেইজনে প্ৰায় একেলগে চিঞৰি উঠিল—"এই, মনে মনে নেথাক কিয়? শুনা নাই আমি এটা জৰুৰী ৰাজহুৱা কথা আলোচনা কৰি আছোঁ?"

তেওঁলোক আকৌ নিজৰ আলোচনাত মগ্ন হল।

আটাইকেইজনৰপৰা আচম্বিতে এনে এটা ধমক খাই তিৰোতাজনী খন্তেক সময় স্তব্ধ হৈ ৰল। এনেতে হঠাৎ বোধহয় তাই মোৰ চকুত নিৰৱ সহানুভূতি আৰু আগ্ৰহৰ একণিকা আভাস দেখা পালে, এইবাৰ তাই কেৱল মোক উদ্দেশ্য কৰিয়েই আগতকৈ সৰু মাতেৰে কবলৈ ধৰিলে—"বাবা, বিশ্বাস কৰক, আমি সদায় ভিক্ষা কৰি খোৱা নাছিলোঁ। আজি এবছৰ চাৰি মাহ হৈছে, ইহঁতৰ বাপেকে এদিন পথাৰত হাল বাই থাকোঁতে ভৰিত জোঙা বাঁহ এডাল সোমাই গল। বাঁহডাল তেতিয়াই টান মাৰি উলিয়াই তেওঁ কোনোমতে ঘৰলৈ আহি বিচনাত পৰিল। তেতিয়াৰপৰা তেওঁ বিচনা এৰিব পৰা নাই—আজি এবছৰ চাৰি মাহ হল।"

যিমানেই সৰুকৈ নকওক তিৰোতাজনীৰ কথাই মোৰ বন্ধুসকলৰ আলোচনাত নিশ্চয় কিছু ব্যাঘাত জন্মাইছিল। বড়া বোলাজনে মাজতে এবাৰ কথা বন্ধ কৰি বাঘৰ দৃষ্টিৰে তাইৰ ফালে চাই পঠিয়ালে। দেশৰ কোটি কোটি দৰিদ্ৰ জনসাধাৰণৰ কাৰণে এটা নতুন ভৱিষ্যৎ পৰিকল্পনা কৰিবৰ সময়ত সামান্য এজনী ভিক্ষাৰিণীৰ এনে আমনি সঁচাকৈয়ে অসহ্য।



ভৰিত বাঁহ এডাল সোমোৱাৰ কাৰণেই অজি এবছৰ চাৰি মাহ মানুহটো কিয় বিচনাত পৰি থাকিব লগা হৈছে—মই চকুৰ দৃষ্টিৰে তিৰোতাজনীক প্ৰশ্ন কৰিলোঁ।

তাই আকৌ আৰম্ভ কৰিলে—"বাবা, বাঁহডাল উলিওৱাৰ পিছত বহুত তেজ গল, ঘা শুকাবৰ কাৰণে গাঁৱলীয়া বেজৰ বন-দৰব বান্ধি দিলোঁ। ওচৰতো ডাক্তৰখানা নাই বাবা, ডাক্তৰি দৰব ক'ত পাম? কিন্তু ঘাডোখৰ শুকাওক ছাৰি দিনে দিনে সি বাঢ়ি হে যাবলৈ ধৰিলে। কাম কৰিবলৈ পথাৰলৈ যোৱা দূৰৰ কথা, শৌচ-প্ৰস্ৰাৱ কৰিবলৈকো মানুহটো বিচনাৰপৰা উঠিব নোৱাৰা হল। ঘাডোখৰ বাঢ়ি বাঢ়ি গোটেই ভৰিখন গেলি গল, দুটা আঙুলি ইতিমধ্যে ছিগি গৈছে। এফালৰপৰা মানুহটো পচি পচি মৰিবলৈ ধৰিছে বাবা, আপুনি যদি দেখিলেহেঁতেন…।"

হঠাৎ এটা অদমনীয় কান্দোনৰ হেঁচাত তিৰোতাজনীৰ মাত বন্ধ হৈ গল, দুয়োখন হাতেৰে মুখখন হেঁচি কান্দোনটো বন্ধ কৰিবলৈ চেষ্টা কৰাৰ ফলত তাইৰ গোটেই গাটো থৰথৰ্‌কৈ কঁপি উঠিল।

নুশুনো বুলিও মোৰ বন্ধুকেইজনে বোধহয় তাইৰ দুই-এটা কথা শুনিবলৈ বাধ্য হৈছিল, ডেকা কৰ্ম্মচাৰী এজনে ঘপৰাই মাত লগালে—"এই, তোৰ গিৰিয়েৰৰ গেংগ্ৰীন্ হৈছে হবলা, ডাক্তৰ লগাই ভালকৈ চিকিৎসা কৰ, আমাৰ আগত এনেকৈ পেক্‌পেকাই থাকিলে কোনো লাভ নহব।"

"সেই কাৰণে হে এইৰ ওপৰত মোৰ খং উঠে—" পঞ্চায়ত-সভাপতিয়ে লগতে যোগ দিলে—"গিৰিয়েৰৰ বেমাৰ হৈছে। চিকিৎসা কৰ। তাকে নকৰি ঘৰে ঘৰে বেমাৰৰ কথা গাই-বাই ফুৰিলেই বা ডাক্তৰৰ বদনাম কৰি ফুৰিলেই তোৰ গিৰিয়েৰ ভাল হব নেকি? বহুত কথা আছে ইয়াৰ ভিতৰত বুজিছে, মই কম বাৰু এদিন।… আপুনিও ভাল গোহাঁই, অথনিৰেপৰা তাইৰ পেন্‌পেননিখনকে শুনি আছে। খেদি দিয়ক সেইজনীক।…আপুনি কি কৈছিল বড়া আলুৰ সঁচৰ বিষয়ে?"

স্থিৰ অশ্রুসজল দৃষ্টিৰে তিৰোতাজনীয়ে মোৰ বন্ধুকেইজনৰ ফালে চাই ৰল। নিজৰ কাণকেই যেন বিশ্বাস কৰিব পৰা নাই তাইৰ চকুৰে-মুখে এনে এটা বিস্ময়ৰ ভাব ফুটি উঠিল। সিমান পৰে মোৰ বন্ধুকেইজনে বিষয়ান্তৰলৈ গমন কৰিছে। সামাজিক প্ৰগতিৰ বিষয়ে আলোচনা-ৰত মোৰ বন্ধুকেইজনৰ মুখৰ ফালে চাই চাই তাই বোধহয় অৱশেষত সিদ্ধান্ত কৰিলে যে তেওঁলোক নিশ্চয় মানুহ নহয়, অন্ততঃ তাইৰ দৃষ্টিত। বিদ্যুৎ চমকৰ দৰে এটা আতঙ্কৰ ভাব তাইৰ ওপৰেদি ঢউ খেলি যোৱা মই দেখিবলৈ পালোঁ।

আকৌ তাইৰ দৃষ্টি মোৰ মুখলৈ ঘূৰি আহিল। মই মনে মনে বৰ অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলোঁ। আমাৰ আঁটাইকেইজনৰ ভিতৰত তাই মোকেই বোধহয় অতি দুৰ্ব্বল বুলি চিনি পাইছে। তদুপৰি মোৰ বন্ধুকেইজন যি সময়ত সমগ্ৰ সমাজৰ ভৱিষ্যতৰ চিন্তাত নিমগ্ন, সেই সময়ত মই এজনী মাত্ৰ তিৰোতাৰ দুখ-কষ্টৰ বিষয়ে ইমান ভাব-প্ৰৱণ হোৱা উচিত নহয়। কিন্তু মোৰ অস্বস্তিলৈ ভ্ৰূক্ষেপ নকৰি তাই আকৌ কবলৈ আৰম্ভ কৰিলে—"বাবা, ডাক্তৰৰ ওচৰলৈ গৈছিলোঁ, এবাৰ-দুবাৰ নহয়, অনেকবাৰ। আমাৰ গাঁৱৰপৰা ডাক্তৰখানালৈ সাত মাইল, ডাক্তৰে কুৰি টকা ফীজ বিচাৰে, কুৰিটা টকা মই মাইকী মানুহজনীয়ে ক'ৰপৰা পাম? কিবা এটা বেচি বা বন্ধকত দি টকা আনিবলৈকো ঘৰখনত একো এটা বস্তু নাই। তদুপৰি প্ৰথম অৱস্থাত ইমান টকা খৰচ কৰি ডাক্তৰ অনাৰ কথা বেছিকৈ চিন্তাও নকৰিলোঁ, কাৰণ গাঁৱৰ মানুহবোৰে কলে, বোলে গাঁৱলীয়া বেজৰ দৰবতে ঘা শুকাই যাব। সেই আশাতে বৈ থাকোঁতেই দিনে দিনে ঘা বেছি হে হৈ যাবলৈ ধৰিলে। পথাৰৰ মাটি আধা-চহোৱা হৈ পথাৰতে পৰি ৰল। ঘৰৰ যি এমুঠি আছিল তাকো বহি বহি খাই শেষ কৰিলোঁ। তাৰপিছত মই ওলালোঁ ভিক্ষা কৰিবলৈ। আমি বাহিৰৰপৰা ভাগি অহা বঙালী মানুহ বাবা, ইয়াত আত্মীয়-স্বজন কোনো নাই, কোনে আমাক চাব? মানুহটোৰ ভৰিটো যেতিয়া বেছিকৈ গেলি যাবলৈ ধৰিলে, আকৌ এদিন গলোঁ ডাক্তৰৰ ওচৰলৈ। ডাক্তৰৰ সেই একে



কথা, টকা নেপালে তেওঁ আহিব নোৱাৰে। আহিবতো নোৱাৰেই মোৰ কথাখিনি শুনিবলৈকো তেওঁৰ সময় নাই। সংসাৰত মোৰ নিচিনা কিমান গৰিব-দুখী আছে, প্ৰত্যেকৰ কথা শুনিবলৈ হলে তেওঁ ডাক্তৰি কৰিব কেনেকৈ? কি আৰু কৰিম বাবা, আকৌ গাঁৱে গাঁৱে বেজৰ দৰব বিচাৰি ফুৰিবলৈ ধৰিলোঁ। কোলাত কেঁচুৱা লৈ এই দুটাক চোঁচোৰাই চোঁচোৰাই চামগুৰি সত্ৰলৈকো খোজকাঢ়ি দৰৱ বিচাৰি গৈছোঁ বাবা—ঘৰৰপৰা চৈধ্য মাইল। কিন্তু যিমানেই দৰৱ দিবলৈ ধৰিলোঁ সিমানেই ঘা বেছিকৈ হে গেলিব ধৰিলে, দিনে-ৰাতিয়ে গাৰপৰা জ্বৰ নুগুচাই হল। এইদৰেই আজি এবছৰ চাৰি মাহ বাবা। দুটা আঙুলি ইতিমধ্যে ছিগি এৰাই গৈছে, ভৰিখন এফালৰপৰা গেলি আহিছে, এনেদৰে থাকিবলৈ হলে চকুৰ আগতে মানুহটো গেলি-পচি এফালৰপৰা খহি যাব, মই কেনেকৈ চাই থাকিম বাবা" (হঠাৎ এনে এটা অমানুষিক অৰ্দ্ধস্ফুট শব্দ কৰি তিৰোতাজনীয়ে কান্দি উঠিল যে মোৰ বন্ধুকেইজনে ভূতৰ মাত শুনাৰ দৰে চঁক খাই উঠিল)—"এতিয়া মানুহে কৈছে এইটো এন্দুৰীয়া বেমাৰ। ডাক্তৰৰ ওচৰলৈ গৈ তাকে কলোঁ আৰু ভৰিত ধৰি কাকুতি কৰিলোঁ মানুহটোক এবাৰ চাই আহিবলৈ। তেওঁ কলে—'কি বেমাৰ হৈছে তেওঁ নেদেখাকৈয়ে বুজিছে। ভৰিখন কাটি পেলাব লাগিব। সেই কাম তেওঁ ইয়াত কৰিব নোৱাৰে, যোৰহাটলৈ নিব লাগিব।' যোৰহাটলৈ মই কেনেকৈ নিওঁ বাবা? মানুহজনে খোজ কঢ়াতো দূৰৰ কথা, থিয় হবই নোৱাৰে। এখন গাড়ী ভাৰা কৰিব লাগিব। এশ টকাৰ কমে ক'ত পাম? ইয়াৰপৰা কিমান জীপ, লৰী টাউনলৈ গৈ থাকে, ইচ্ছা কৰিলেই যি কোনো এখনে মানুহটোক লৈ যাব পাৰে, কিন্তু তাকে কম বুলি মুখ মেলোঁতেই গাড়ীৰ মানুহবোৰে একে ধমকতে দূৰ কৰি খেদি দিয়ে। বাবা, আপুনি ডাঙৰ মানুহ, কিবা এটা কৰি আপুনি মোক ৰক্ষা কৰক বাবা, এই কথাখিনিকে আজিলৈকে কাকো শুনাব পৰা নাছিলোঁ, আপুনি আজি শুনিলে। মই মৰি গৈছোঁ বাবা, আৰু মোৰ শক্তি নাই। পাঁচটা লৰা-ছোৱালীৰে সৈতে খোৱা মানুহ



'দৰিদ্ৰৰ চিকিৎসালয় শ্মশান—চিকিৎসক শগুণ'

সাতটা, এই সাতখন মুখত কেৱল নিমখ-ভাত এমুঠি গুজিবলৈ কোলাত কেঁচুৱা লৈ মই দিনে দহ-বাৰ মাইল বাট ভিক্ষা খুজি খুজি ঘূৰিব লাগে। ইমান কষ্ট কৰিও ৰাতি এটা মুহূৰ্ত্ত সুখেৰে শুবলৈ নেপাওঁ, কাণৰ কাষতে মানুহটোৱে যন্ত্ৰণাত চিঞৰি থাকে। আপুনি নিজ কাণেৰে নুশুনিলে বিশ্বাস নকৰিব বাবা, কি বুকু কঁপোৱা সেই চিঞৰবোৰ। শুনি শুনি মই পাগল হৈ যাওঁ, ঘৰটোত জুই লগাই দি গোটেইবোৰ একেলগে পুৰি মৰোঁ বুলি ভাবোঁ মাজে মাজে। আজিলৈকে তাকে কৰিব পৰা নাই। কিবা এটা উপায় কৰি মোক ৰক্ষা কৰক বাবা। মানুহটো ভাল হলেই মোৰ আৰু চিন্তা নাই, যেনে তেনে সি মোক এমুঠি খুৱাব।"

হঠাৎ মানুহজনী নিৰৱ হৈ গল। মই তাইলৈ মূৰ তুলি চালোঁ। ময়েই যেন তাইৰ একমাত্ৰ আৰু শেষ ভাৰসা, এনে এটা একান্ত নিৰ্ভৰতাৰে তাই মোলৈ চাই আছে। মই বেছিপৰ তাইৰ সেই দৃষ্টি সহ্য কৰিব নোৱাৰি চকু দুটা মুদি দিলোঁ আৰু তাইৰ সমস্যাটো






'মন্ত্ৰীৰ চিকিৎসালয় বিদেশৰ ভূ-স্বৰ্গ—চিকিৎসক দৰিদ্ৰৰ ৰক্ত'

ভাবিবলৈ ধৰিলোঁ। নিজৰ অজ্ঞতাৰ কাৰণে বেচেৰী তিৰোতাজনীয়ে ভাবিছে যে টকা এশ পালেই গাড়ীত তুলি তাই মানুহটো যোৰহাটলৈ লৈ যাব পাৰিব, আৰু এবাৰ তাত গৈ পালেই সকলো ঠিক হৈ যাব। হস্পিটলত চিট্ পোৱাৰ কি সমস্যা, তাৰ কাৰণে কিমান দিন অপেক্ষা কৰিব লাগিব, চিট্ পাইমানে পাঁচটা লৰা-ছোৱালী আৰু গলিতাঙ্গ বেমাৰী মানুহটোৰে সৈতে তাই ক'ত থাকিব, এইবোৰ কথাৰ বিষয়ে বেচেৰীৰ কোনো ধাৰণাই নাই। হস্পিটলত চিট্ যে কেতিয়াবা পাব তাৰেই বা কি নিশ্চয়তা আছে। হস্পিটলবোৰতো আজিকালি 'ঠাই নাই ঠাই নাই ছোট সে তৰী'ৰ অৱস্থা। যিমানেই মই তাইৰ সমস্যাটো

ভাবিবলৈ ধৰিলোঁ সিমানেই চাৰিওফালে নিৰাশা হে দেখিবলৈ পালোঁ। নিৰ্ভুল স্পষ্টতাৰে যিটো সম্ভাৱনা মোৰ চকুৰ আগত ভাহি উঠিল, সেইটো হল এই যে আমাৰ তথাকথিত জন-কল্যাণমূলক ৰাষ্ট্ৰত এই তিৰোতাজনীৰ গিৰিয়েকৰ দৰে মানুহ আহত পশুৰ দৰে চিৎকাৰ কৰি কৰি তিলে তিলে পচি পচি মৰাৰ বাহিৰে আন উপায় নাই।

ভাৱিলে আচৰিত লাগে কিমান সামান্য ব্যয় আৰু চেষ্টাৰেই এখন সংসাৰৰ পক্ষে মৰ্ম্মন্তুদ এই নিৰ্ম্মম ট্ৰেজেডি সংঘটিত নোহোৱাকৈ বন্ধ কৰিব পৰা হলহেঁতেন!

হঠাৎ মই এটা অস্বস্তিকৰ নিৰৱতা অনুভৱ কৰি চকু মেলি চাৰিওফালে চালোঁ। মোৰ বন্ধুকেইজনে আচহুৱা বস্তু এটা দেখাৰ দৰে ৰ লাগি মোৰ মুখৰ ফালে চাই আছে। মই চকু মেলা দেখি পঞ্চায়ত-সভাপতিয়ে সুধিলে—"কি হল গোহাঁই, মূৰ ঘূৰাইছে নেকি?"

মোৰ তেতিয়া হে চেতনা হল যে নিজে কব নোৱাৰাকৈ মই বোধহয় ইমান পৰে এনেকুৱা মুখ-ভঙ্গি কৰি আছোঁ যে বন্ধুসকলে মোৰ মূৰৰ বিষ হোৱা বুলি হে ভাবিছে। মোৰ মনৰ প্ৰকৃত অৱস্থা গোপন কৰিবৰ কাৰণে ময়ো লাহেকৈ কৈ থলোঁ—"হয়, মূৰটো অলপ বিষোৱা যেন অনুভৱ কৰিছোঁ।"

"এঃ, তাকে কোৱা নাই কিয়?" তেওঁলোক বহাৰপৰা প্ৰায় উঠিলেই —"আমাৰ কথা শুনি শুনি আপোনাৰ মূৰৰ বিষ বেছি হে হল বোধহয়। ভাল, আমি যাওঁ বাৰু এতিয়া। আপুনি অলপ বিচনাত পৰকগৈ।"

"অলপ সময় বহকচোন সভাপতি—" মোৰ মনত হঠাৎ কথা এটা খেলালে—"আপোনাৰ পঞ্চায়ত পুঁজিৰপৰা নিঃসম্বল বেমাৰী মানুহক চিকিৎসাৰ কাৰণে আৰ্থিক সাহায্য দিবলৈ ব্যৱস্থা আছে। এই তিৰোতাজনীক টকা ৫০টামান আপুনি দিব নোৱাৰে নে?" আটাইকেইজন পুনৰ বহি পৰিল। পঞ্চায়ত-সভাপতিয়ে এবাৰ তীক্ষ্ণ দৃষ্টিৰে তিৰোতাজনীৰ ফালে চাই পঠিয়ালে, তাৰপিছত মোৰফালে চাই উত্তৰ দিলে—"এইজনীয়ে আপোনাক ভালকৈ ভুলালে যেন পাইছোঁ। তাইৰ কথা আপুনি কিয় বিশ্বাস কৰিছে? তাইৰ বহুত



উপাৰ্জ্জন, মই জানো নহয়, তদুপৰি নায়েই যেনিবা তাইৰ এক পইচাও উপাৰ্জ্জন, পঞ্চায়ত পুঁজিৰপৰা মই তাইক কেনেকৈ টকা দিম? এইবাৰ আমি সকলো টকা উৎপাদন আঁচনিত নিয়োগ কৰিম বুলি ঠিক কৰিছোঁ। আন কামত খৰচ কৰিবলৈ এক পইচাও ৰাহি নাই।"

অতি বুধিয়ক আৰু অভিজ্ঞ মানুহৰ দৰে মুখত হাঁহি ফুটাই বড়াই মাত লগালে—"তদুপৰি এনেকৈ সাহায্য দি একো লাভ নাই। On principle মই কেতিয়াও ভিক্ষাৰীক ভিক্ষা নিদিওঁ। ভিক্ষাৰী দেখিলেই মোৰ স্কুলীয়া দিনতে চোৱা বঙালী ফিল্ম্ এখনলৈ মনত পৰে —'উদয়েৰ পথে' চাইছে বোধহয়। তাতে এষাৰ কথা আছে: 'ভিক্ষা দি কেৱল দাৰিদ্ৰ্যক হে জীয়াই ৰাখিব পাৰি, দৰিদ্ৰক নহয়।' অতি খাঁটি কথা। দৰিদ্ৰৰ প্ৰতি সস্তীয়া চেন্টিমেণ্ট দেখুৱাই বা দুটা পইচা দলি মাৰি দি আপুনি সিহঁতৰ একো উপকাৰ কৰিব নোৱাৰে। আচল প্ৰয়োজন হৈছে এটা বিৰাট সামাজিক বিপ্লৱৰ। তাৰ অবিহনে···"

বড়াৰ বক্তৃতা কেতিয়া শেষ হল, কেতিয়া তেওঁলোকে মোক মাত লগাই উঠি গল মই একো কবই নোৱাৰিলোঁ। মোৰ চকুৰ আগত ভাহিবলৈ ধৰিলে জৰাজীৰ্ণ এটা জুপুৰি ঘৰ আৰু তাতে শুই শুই অহৰহ চিৎকাৰ কৰি থকা এটা গলিতাঙ্গ পঙ্গু মানুহ। সামান্য সহানুভূতি আৰু এশটা টকা খৰচ কৰিলে সি আজিয়েই নতুনকৈ জীৱন আৰম্ভ কৰিব পাৰে, কিন্তু তাকে কৰিবলৈ কাৰো সময় বা ইচ্ছা নাই। কাৰণ চৰকাৰী কৰ্ম্মচাৰী, পঞ্চায়ত সভাপতি আৰু গাঁৱলীয়া নেতাসকলো ব্যস্ত তাৰ ভৱিষ্যতৰ কাৰণে চিন্তা কৰাত। সি কেৱল মাত্ৰ এটা মানুহ নহয়, সি ভাৰতবৰ্ষৰ চিৰকালৰ সেই দৰিদ্ৰ জনসাধাৰণ। এফালৰপৰা সি পচি মৰিব ধৰিছে, আৰু নেহৰু-শাস্ত্ৰীয়ে তাৰ কাৰণে ৰচনা কৰিছে সমাজবাদী পৰিকল্পনা। সি কোনো-দিন মানুহ নাছিল, আজিও সি মানুহ নহয়; ভাৰতবৰ্ষৰ দাৰ্শনিকৰ কাৰণে সি চিৰকাল এটা নিৰ্লিপ্ত চিন্তাৰ বিষয়।

তিৰোতাজনীক কি বুলি বিদায় দিওঁ তাকে মই মনে মনে চিন্তা কৰিবলৈ ধৰিলোঁ। এফালৰপৰা গেলি গেলি খহি যাব ধৰা দেহটোৰে

সৈতে তাইৰ গিৰিয়েকটো তাইৰ কাৰণে নিৰ্লিপ্ত চিন্তাৰ বিষয় নহয়, সি এটা জীৱন্ত বাস্তৱ। শাস্ত্ৰী আৰু অশোক মেহতাই তাক দেখা নাই, গতিকে ধীৰে-সুস্থিৰে, নিৰুদ্বিগ্ন চিত্তেৰে তেওঁলোকে তাৰ ভৱিষ্যতৰ কাৰণে চিন্তা কৰিব পাৰে। পঞ্চায়ত সভাপতি বা গাঁৱলীয়া নেতাজনে তাক চাবৰ অনুভৱ কৰা নাই, কাৰণ কেবাহাজাৰ বছৰ ধৰি সি তেনেকৈয়ে আছে, তাত নতুনত্ব একো নাই। কিন্তু এই তিৰোতাজনীয়ে তিনিটা শিশুৰে সৈতে অভুক্ত দেহটো চোঁচোৰাই চোঁচোৰাই এই বেলিদুপৰত সাত মাইল ৰাস্তা গৈ ঘৰ সোমাই যেতিয়া দেখিব যে তাইৰ অভ্যৰ্থনাৰ কাৰণে ঘৰত আছে মাত্ৰ গিৰিয়েকৰ যন্ত্ৰণাকাতৰ আৰ্ত্ত চিৎকাৰ, মনু-পৰাশৰৰ প্ৰতিশ্ৰুত পৰজন্মৰ স্বৰ্গীয় সুখ বা শাস্ত্ৰী-অশোক মেহতাৰ পঞ্চম 'ফাইভ ইয়েৰ প্লেন'ৰ সাফল্যই তাইক জানো সান্ত্বনা দিব পাৰিব? কি আশাৰ বাণীৰে মই এই মুহূৰ্ত্তত তাইক সেই নৰক-কুণ্ডলৈ ঘূৰাই পঠাম? ভাবি ভাবি মই একো ঠিক কৰিব পৰা নাই। বেলি মূৰৰ ওপৰ পালেহি, সকলোৰে দুপৰীয়াৰ আহাৰ খাবৰ সময় হল। কিন্তু তাইৰ সমুখত এতিয়াও পৰি আছে ঘৰলৈ ঘূৰি যোৱাৰ দীঘল বাট, বহুতৰ দুৱাৰত প্ৰত্যাখ্যাত হোৱাৰ সম্ভাৱনা। ভোক পাহৰি, যন্ত্ৰণা পাহৰি, ঠিক এই মুহূৰ্ত্তত তাই অপেক্ষা কৰিছে কেৱল মোৰ উত্তৰৰ কাৰণে। কিন্তু মই একো ভাবি উলিয়াব পৰা নাই। কাৰণ ই এটা অতি ডাঙৰ প্ৰশ্ন। আমাৰ যুগৰ আটাইতকৈ ডাঙৰ সমস্যা। তাইক মই কি উত্তৰ দিওঁ তাৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ যুগৰ ইতিহাসৰ গতিধাৰা, সভ্যতাৰ ভৱিষ্যৎ। প্ৰিয় পাঠক, মই অকলে একো ভাবি উলিয়াব পৰা নাই, আপুনিও কথাষাৰ চিন্তা কৰক আৰু মোক সহায় কৰক। মনত ৰাখিব, এই তিৰোতাজনীৰ গিৰিয়েকৰ ঘাডোখৰ এফালৰপৰা গেলি আহিছে, মাংসবোৰ ছিগি ছিগি এৰাই গৈছে। অহাবাৰ ইলেকশ্যনত উপযুক্ত লোক বা পাৰ্টিক ভোট দি তাৰ চিকিৎসাৰ কাৰণে টকা মঞ্জুৰ কৰাম বুলি মিছা আশা নিদিব। মনত ৰাখিব যাৰ দেহ গেলি-পচি এৰাই গৈছে সি হে জানে অপেক্ষা কৰাৰ যন্ত্ৰণা কিমান।



# ।। এটা নতুন ভিক্ষাৰী ।।

আমেৰিকান সমাজ-বিজ্ঞানী উইনফ্ৰেড ৰিচমণ্ডৰ লগত গুৱাহাটীৰ ৰাস্তাত হঠাৎ এদিন মোৰ চিনাকি হৈ গল। ভাৰতলৈ অধ্যয়ন-ভ্ৰমণত আহি ১৯৬০ চনৰ ডিচেম্বৰ মাহত তেওঁ গুৱাহাটীতো কেইদিনমান থাকি গৈছিল। তেওঁ যি ধৰণৰ কাম হাতত লৈ গুৱাহাটীলৈ আহিছিল তাক ভালকৈ সমাধা কৰিবৰ কাৰণে এজন স্থানীয় শিক্ষিত মানুহৰ সহায়ৰ বোধহয় তেওঁৰ কিছু প্ৰয়োজন হৈছিল। মোক পাই তেওঁ ভালেই পালে। ময়ো তেওঁৰ মহৎ উদ্দেশ্য আৰু আন্তৰিক নিষ্ঠাত মুগ্ধ হৈ স্বেচ্ছাই তেওঁৰ গাইড্ আৰু দোভাষীৰ কাম কৰি দিছিলোঁ। মোৰপৰা ৰিচমণ্ডৰ কিমানখিনি সহায় হল সেই কথা তেওঁ জানে, কিন্তু মোৰ কৰ্ম্ম-জীৱনত হলে তেওঁ এটা নতুন অধ্যায়ৰ সূচনা কৰি থৈ গল। জীৱনৰ বহু কথাৰ কাৰণে মই এই মানৱ-প্ৰেমিক আমেৰিকান চিন্তাব্ৰতীজনৰ ওচৰত ঋণী।

ৰিচমণ্ড চাৰ্কিট্ হাউচত আছিল। এদিন দেওবাৰে পুৱাই তেওঁৰ ওচৰলৈ গৈ মই দেখোঁ, বাৰাণ্ডাতে চকী এখনত বহি তেওঁ এটা কুৎচ চেহেৰাৰ ভিক্ষাৰীৰ লগত পৰম মনোযোগেৰে কথা পতাত ব্যস্ত। ভিক্ষাৰীটোৰ মুখখন দেখি মোৰ ধাৰণা হল যে সি এটা কুষ্ঠৰোগী। তাৰ নাকটো সম্পূৰ্ণৰূপে বহি গৈ উশাহ লবলৈ দুটা বিন্ধা মাত্ৰ বাকী আছে, চকুৰ চেলাউৰিত এডালো নোম নাই, গোটেই দেহতে চকা চকা গলিত ক্ষত-চিহ্ন। তাৰ দেহৰ বিষাক্ত দুৰ্গন্ধত চাৰিওফালৰ বতাহখিনিও গধুৰ হৈ পৰিছে। মোৰ বিস্মিত মুখৰ ফালে সহাস্য দৃষ্টিপাত কৰি ৰিচমণ্ডে টকা এটা ভিক্ষাৰীটোৰ হাতলৈ দলি মাৰি দি

তাক বিদায় দিলে। তাৰপিছত তেওঁ থিয় হৈ মাত লগালে—'আহা, ভিতৰলৈকে যাওঁ।'

চাহৰ কাপ আগত লৈ আমি বিচমণ্ডৰ কৰ্ম্ম-সংক্ৰান্ত ইটো-সিটো কথা পাতিবলৈ ধৰিলোঁ। কিন্তু অলপ সময়ৰ পিছতেই আমি দুয়ো অনুভৱ কৰিলোঁ যে কথা-বাৰ্ত্তাত আমি সম্পূৰ্ণ মনোযোগ দিব পৰা নাই, সেই কুষ্ঠৰোগী ভিক্ষাৰীটোৰ লগত বিচমণ্ডৰ ৰহস্যজনক সাক্ষাতৰ দৃশ্যই আমাক দুয়োকে অন্যমনস্ক কৰি ৰাখিছে। অৱশেষত বিচমণ্ডে মোক সুধিয়েই পেলালে—"সেই ভিক্ষাৰীটোৰ লগত মই কি কথা পাতিছিলোঁ জানা ?"

"ওহোঁ, কেনেকৈ জানিম ?" মই উত্তৰ দিলোঁ—"কিন্তু আচলতে মই খুব কৌতূহল অনুভৱ কৰিছোঁ। তুমি বোধহয় কিবা তথ্য-সংগ্ৰহৰ চেষ্টা কৰিছা।"

"কি ভয়াবহ দৃশ্য—" খুব গহীন হৈ বিচমণ্ডে কলে—"আমাৰ চকুত কেৱল ভিক্ষাৰীৰ দৃশ্যই অতিশয় বীভৎস আৰু অমানুষিক। তাতে আকৌ এই ভয়াবহ ব্যাধি। তুমি বোধহয় জানা, যোৱা এশ বছৰত ইউৰোপ আৰু আমেৰিকাৰপৰা এই ব্যাধি একেবাৰে অদৃশ্য হৈ গৈছে। আমি বেমাৰৰ নামটো হে জানিছিলোঁ, চাক্ষুষ পৰিচয়ৰ অভাৱত ইয়াৰ ভয়াবহতাৰ বিষয়ে আমাৰ কোনো প্ৰত্যক্ষ ধাৰণাই নাছিল। মোৰ এতিয়াও মনত আছে, সৰুতে হাৰমেন শ্বেফাৰাৰৰ 'দি লেপাৰ অব লণ্ডন' নামৰ কবিতাটো পঢ়ি কুষ্ঠৰোগীৰ কল্পিত মূৰ্ত্তিটো মানস-পটত দেখিয়েই মই ভয় আৰু দুখত কান্দি পেলাইছিলোঁ—

'He stood enwrapped with charnel air
And pestilence's breath :
Harmattan winds had whipped him bare
And given him to Death.'

তুমি বোধহয় হাৰমেন শ্বেফাৰাৰৰ নাম শুনা নাই, তেওঁ এজন অখ্যাত আমেৰিকান কবি। যি হওক, মই কবিতাত কুষ্ঠৰোগীৰ বৰ্ণনা পঢ়িয়েই কান্দি পেলাইছিলোঁ, কিন্তু মনক সান্ত্বনা দিছিলোঁ এইবুলি



যে এয়াতো বৰ্ত্তমান পৃথিবীৰ বাস্তৱ-চিত্ৰ নহয়, ই কেৱল অতীতৰ এটা প্ৰাচীন অভিশাপৰ স্মৃতি-চিত্ৰ মাত্ৰ। কিন্তু মই আফ্ৰিকাৰে গৈ আৰু তাৰপিছত ভাৰতলৈ আহি দেখিলোঁ—কি ভয়ঙ্কৰ দৃশ্য—এই কুষ্ঠৰোগীবোৰ তোমালোকৰ কাৰণে কেৱল এটা অতীতৰ স্মৃতিতো নহয়েই, বৰং সিহঁত তোমালোকৰ সমাজৰ এটা স্বতন্ত্ৰ সম্প্ৰদায়, দিনে-ৰাতিয়ে সিহঁতৰ লগত তোমালোকৰ একেলগে উঠা-বহা, খোৱা-লোৱাৰ কাৰবাৰ। তোমালোকে প্ৰতি মুহূৰ্ত্ততে সেৱন কৰিছা এই Pestilence's breath। অন্ততঃ বেনাৰচ, কলিকতা, পুৰী দেখিতো মোৰ এই ধাৰণাই হল।"

গভীৰ চিন্তাক্লিষ্ট মুখেৰে বিচমণ্ডে এটা চিগাৰেট জ্বলালে।

মোক নিৰৱ হৈ থকা দেখি কিছুপৰৰ মূৰত বিচমণ্ডে আকৌ মাত লগালে—"গুৱাহাটীৰ দৰে সৰু চহৰ এখনতো ইমান বেছি ভিক্ষাৰী যে মোৰতো মাজে মাজে ধাৰণা হয় যে ইয়াৰ মুঠ অধিবাসীৰ এক-তৃতীয়াংশই যেন ভিক্ষাৰী। দিনৰ পিছত দিন এই দৃশ্য তোমালোকে কেনেকৈ সহ্য কৰি থাকা ? এই বিষয়ে তোমালোকৰ একো চিন্তা নহয় নে ?"

মই বিচমণ্ডক কবলৈ বাধ্য হলোঁ—"তুমি যি অৰ্থত চিন্তা হোৱাৰ কথা কৈছা সেই অৰ্থত আমাৰ কাৰো বোধহয় একো চিন্তা নহয়। ভিক্ষাৰীৰপৰা আমি কেৱল বিৰক্তি অনুভৱ কৰোঁ—যেনেকৈ খাদ্যবস্তুত জাকে জাকে মাখি আহি পৰিলে আমি বিৰক্তি অনুভৱ কৰোঁ। সিহঁতক মানুহ বুলি ভাবিবলৈ আমি কেতিয়াবাই পাহৰি পেলাইছোঁ। বুৰঞ্জীৰ আদি কালৰেপৰা ভাৰতবৰ্ষ ভিক্ষাৰীৰ দেশ, কাৰণ আৰ্য্যসকলৰ দিনৰপৰা আৰম্ভ কৰি অন্ততঃ বৌদ্ধ-যুগ পৰ্য্যন্ত ইয়াত ভিক্ষাবৃত্তিক সামাজিকভাৱে উৎসাহিত কৰা হৈছিল আৰু শ্ৰদ্ধাৰ আসন দিয়া হৈছিল। ভিক্ষাবৃত্তিৰ প্ৰতি আমাৰ দৃষ্টিভঙ্গি কেইবাহেজাৰ বছৰ ধৰি এনেকৈ গঢ় লৈ আহিছে যে ভিক্ষাৰীবোৰক আমি সমাজৰ অপৰিহাৰ্য্য অঙ্গ বুলিয়েই ভাবিবলৈ শিকি আহিছোঁ। যি ভিক্ষাবৃত্তি এসময়ত আধ্যাত্মিক উচ্চাদৰ্শৰ প্ৰতীক ৰূপে বিবেচিত হৈছিল ( মোৰ

মতে সেই আদর্শ অশ্রদ্ধেয় আৰু ঘৃণনীয়)—কালক্ৰমত সি সমাজৰ চৰমতম অৰ্থনৈতিক ভাঙনৰ নিদৰ্শন আৰু হীনতম জীৱিকাৰ অৱলম্বন হৈ পৰিছে। কিন্তু আমি এই বিবৰ্তনৰ প্ৰতি সমানে নিৰ্ব্বিকাৰ। তুমি সমাজ-বিজ্ঞানী, এইবোৰ কথা তুমি মোতকৈ বেছি জানা।"

"ইতিহাস মই জানো—" ৰিচমণ্ডে মাত লগালে—"ধৰ্ম্মৰ নামত হোৱা সমাজৰ গলগ্ৰহ স্বৰূপ ভিক্ষাৰীবোৰৰ কথাও বাৰু মই সম্প্ৰতি বাদ দিছোঁ। মই জানিব খুজিছোঁ সমাজ-জীৱনৰপৰা ছিটিকি পৰা বাকী লক্ষ লক্ষ ভিক্ষাৰীবোৰৰ বিষয়ে তোমালোক আধুনিক শিক্ষিত ভাৰতীয়বোৰে কি ভাবা? তোমালোকৰ চৰকাৰে এই বিষয়ে কি কৰিব খোজে?"

মই শ্লেষ-মিশ্ৰিত হাঁহিৰে উত্তৰ দিলোঁ—"কিয়, তোমালোকৰ ডলাৰেৰে আমাৰ যি অৰ্থনৈতিক পৰিকল্পনাবোৰ হাতত লোৱা হৈছে তাৰ ফলত দেশৰ আৰ্থিক পুনৰ্গঠন হলেই ভিক্ষাৰী বা দৰিদ্ৰ নোহোৱা হৈ নেযাব জানো? চৰকাৰে ইয়াতকৈ বেছি কি কৰিব পাৰে?"

ৰিচমণ্ডে নৈৰাশ্যৰ ভঙ্গিত কেবাবাৰো মূৰ জোকাৰিলে, তাৰ-পিছত আকৌ কবলৈ আৰম্ভ কৰিলে—"কোনোবা মানুহৰ যদি কিবা বেমাৰ হয় সি সেই বেমাৰৰ গুৰুত্বৰ বিষয়ে সচেতন নোহোৱালৈকে চিকিৎসাৰ বিষয়ে চিন্তা নকৰে বা কৰিব নোৱাৰে। দাৰিদ্ৰ্য যে এখন সমাজৰ কিমান ডাঙৰ বেমাৰ সেই কথা সমাজৰ প্ৰতিজন মানুহে আতঙ্কিত হৈ উপলব্ধি নকৰালৈকে ইয়াৰ আচল চিকিৎসা সম্ভৱ নহয়। আমাৰ কবি এডুইন মাৰ্খমে দৰিদ্ৰ হৃত-সৰ্ব্বস্ব খেতিয়ক আৰু শ্ৰমজীৱীৰ মূৰ্ত্তি দেখিয়েই আতঙ্ক আৰু বেদনাত চিঞৰি উঠিছিল—

'There is no shape more terrible than this—
More tongued with censure of the world's blind greed,
More filled with slings and portents for the soul—
More packed with danger to the universe.'



তেওঁ তোমালোকৰ এই ভিক্ষাৰীৰ মূৰ্ত্তি দেখা হলে কি কলেহেঁতেন মই কল্পনাই কৰিব নোৱাৰোঁ। মই দেখি আচৰিত হৈছোঁ—আহত পশুৰ দৰে বীভৎস চিৎকাৰ কৰি কৰি গলিতাঙ্গ এই ভিক্ষাৰীবোৰে ৰাস্তাত চুঁচৰি ফুৰা দেখিও তোমালোকৰ কোনো এজন পথচাৰী সচকিত হৈ নুঠে, ক্ৰোধ বা যন্ত্ৰণা বা সামান্য মানৱীয় সহানুভূতিতো কাৰো মুখ অকণো বিকৃত হৈ নুঠে। এয়া যে গোটেই জাতিটোৰেই আধ্যাত্মিক পৰিচয়। আল্ডচ্ হাক্সলিয়ে যেতিয়া তোমালোকৰ বেদান্তৰ গুণ-গান কৰে, তোমালোক তেওঁৰ প্ৰশংসাত পঞ্চমুখ হৈ উঠা। কিন্তু সেই হাক্সলিয়েই যেতিয়া কুষ্ঠৰোগী আৰু ভিক্ষাৰী অধ্যুষিত বেনাৰচৰ বৰ্ণনা কৰোঁতে সমগ্ৰ আধুনিক ভাৰতবৰ্ষৰ প্ৰতি খং আৰু ঘৃণাত জ্বলি-পকি উঠে, তেওঁক তোমালোকে বৰদাস্ত কৰিব নোৱাৰা। কিন্তু আধুনিক ভাৰতবৰ্ষ আচলতেই এটা ভয়ঙ্কৰ দুঃস্বপ্ন।"

অপৰাধীয়ে দণ্ড গ্ৰহণ কৰাৰ দৰে মই ৰিচমণ্ডৰ ভৰ্ৎসনা শুনি নিৰৱে তলমূৰ কৰি ৰলোঁ। মানুহৰ বা আনকি জীৱ-জন্তুৰ দুখ-কষ্টৰ প্ৰতি আমি ভাৰতীয়বোৰ যে অতি নিৰ্ব্বিকাৰ সেই কথা অস্বীকাৰ কৰিবলৈ কোনো উপায় নাই। ৰিচমণ্ডে কোৱাৰ দৰে ই সঁচাকৈয়ে আমাৰ আধ্যাত্মিক দৈন্যৰেই পৰিচয়। নীৰোদ চন্দ্ৰ চৌধুৰীয়ে ঠিকেই কৈছে যে আমি নিজকে জগতৰ ভিতৰত আটাইতকৈ আধ্যাত্মিক জাতি বুলি গৰ্ব্ব কৰিলেও আচলতে আমিয়েই আটাইতকৈ বেছি জড়বাদী।

"আচ্ছা গোহাঁই, এই ক্ৰমবৰ্দ্ধমান ভিক্ষাৰী সম্প্ৰদায় কেনেকৈ সৃষ্টি হৈছে সেই কথা তুমি কেতিয়াবা চিন্তা কৰি চাইছা নে?" ৰিচমণ্ডে মোক প্ৰশ্ন কৰিলে।

মই লজ্জিতভাৱে উত্তৰ দিলোঁ—"ওহোঁ, এইবোৰ কথা কোনো-দিন মোৰ মনলৈ অহাই নাই। সিহঁতক আমি স্বতঃসিদ্ধ বুলিয়েই ভাবি আহিছোঁ।"

"তোমালোকৰ দেশত সমাজ-বিজ্ঞানৰ চৰ্চ্চা আৰম্ভই হোৱা নাই বুলি কব পাৰি। অথচ এই দেশতেই সমাজ-বিজ্ঞানৰ বৃহত্তম কাৰ্য্যক্ষেত্ৰ পৰি আছে। এই ভিক্ষাৰীবোৰৰ বিষয়ে এটা বৈজ্ঞানিক



'আইৰ মনৰ জুলিত
পিতাই চাউল দিওঁতে—

সমীক্ষা নোহোৱা পৰ্য্যন্ত এই সমস্যাৰ আচল সমাধান অসম্ভৱ। বাৰু, আমি আচল কথালৈ আহোঁ। অলপ আগতে যে মোৰ লগত কথা পাতি থকা ভিক্ষাৰীটো দেখিলা—তাৰ নাম শুকদেও—সি কেনেকৈ বা কিয় ভিক্ষাৰী হল বুলি তুমি ভাবা। সি ভিক্ষাৰী হৈয়ে জন্ম হোৱা বুলি তুমি ভাবা নেকি?”

মই আকৌ এবাৰ স্বীকাৰ কৰিবলৈ বাধ্য হলোঁ যে এই বিষয়ে একো কথা কল্পনা কৰাও মোৰ পক্ষে সম্ভৱ নহয়।

“মই তাৰ কথাই তোমাক কওঁ শুনা, সি এটা টিপিকেল উদাহৰণ”—বিচমণ্ডে ক ব লৈ আৰম্ভ কৰিলে—“তুমি নিশ্চয় বুজিবই পাৰিছা যে শুকদেও



আচল ভিক্ষাৰ জুলি
ৰাখিছিল সমুখত,

অসমীয়া নহয়। তাৰ ঘৰ আছিল বিহাৰৰ মজঃফৰপুৰ জিলাত। সি আছিল মাটিহীন খেতিয়ক পৰিয়ালৰ লৰা। তাৰ বাপেক সি সৰু হৈ থাকোঁতেই মৰিছিল, চাৰিটা ভাই-ককাইৰ মাজত শুকদেও আছিল সকলোতকৈ সৰু। চৈধ্য-পোন্ধৰ বছৰমান বয়স হোৱাৰ পিছতে শুকদেৱে দেখিলে যে ঘৰত তাৰ কৰিবলৈ একো কাম নাই, যি সামান্য মাটি-বাৰী আছিল সেইখিনি ককায়েকহঁতকে খেতি কৰিবলৈ



নোজোৰে, অথচ শুকদেওৰ পক্ষে বহি বহি খোৱাও সম্ভৱ নহয়। ডাঙৰ হৈ আহিছে যেতিয়া সি নিজে কিবা এটা কৰ্ম্ম-সংস্থান কৰিবই লাগিব। সি জানিছিল যে তাৰ গাঁৱৰে বহুত মানুহ ঠিক তাৰ অৱস্থাতে পৰি জীৱিকাৰ সন্ধানত অসমলৈ গুচি গৈছে, সিহঁতৰ বহুতেই মাজে মাজে ঘৰলৈ টকা-পইচাও পঠায়। শুকদেৱে ঠিক কৰিলে যে সিও অসমলৈকে যাব। গুৱাহাটীত থকা দূৰ-সম্পৰ্কীয় খুৰাক এজনৰ ঠিকনা যোগাৰ কৰি সি এদিন মাকৰপৰা বিদায় লৈ অসমলৈ যাত্ৰা কৰিলে। তাৰ কিশোৰ মনৰ উদ্দাম-কল্পনাত অসম আছিল সাধুকথাৰ ঐশ্বৰ্য্যপুৰী। দীঘলীয়া ৰেল-ভ্ৰমণৰ আটাইখিনি সময় সি স্বপ্ন দেখিবলৈ ধৰিলে এটা ৰোমাঞ্চকৰ সোণালী ভৱিষ্যতৰ, আৰু অস্থিৰ হৈ মনৰ ভিতৰতে সি বাৰে বাৰে প্ৰশ্ন কৰিবলৈ ধৰিলে—গুৱাহাটী আৰু কিমান দূৰ? আৰু কিমান দূৰ? খুৰাকে গুৱাহাটীত কি কৰে সি সঠিককৈ নেজানে, কিন্তু তাৰ কল্পনা কৰি লোৱাত কোনো বাধা নাছিল যে সিহঁতৰ



জীৱনৰ পুৱাতে
দেখা সেই জুলি—

গাঁৱৰ জীৱনৰ তুলনাত তেওঁ নিশ্চয় এটা সুখী-স্বচ্ছন্দ জীৱন যাপন কৰে। গুৱাহাটীত নামিয়েই শুকদেওৰ প্ৰথম স্বপ্ন-ভঙ্গ হল: তাৰ খুৰাক এটা দীনাতিদীন ভাৰাতীয়া ৰিক্সাৱালা, তাৰ থাকিবলৈ নিজৰ ঘৰ এটা পৰ্য্যন্ত নাই, গোটেই দিনটো ৰিক্সা চলাই ৰাতি সি পৰি থাকে ৰেল-ষ্টেচনৰ প্লেটফৰ্মত অথবা কাৰোবাৰ দোকানৰ বাৰাণ্ডাত।

খুৰাকৰ লগতে সিও ষ্টেচনৰ প্লেটফৰ্মতে পৰি থাকিল, আৰু কাম-কাজ নোপোৱা পৰ্য্যন্ত মাজে



মইনো কিদৰে এৰোঁ।
জনমে-মৰণে নেৰোঁ।'

মাজে খুৰাকৰ বিক্সাখনকে চলাবলৈ ধৰিলে। এদিন জেঠ মাহৰ ভৰ-দুপৰীয়া দুটা প্ৰকাণ্ড আৰোহী বিক্সাত লৈ বিক্সা চলাওঁতে তাৰ পোন্ধৰ বছৰীয়া কোমল কলিজাখন ফাটি যাবৰ উপক্ৰম হল আৰু নিৰ্জনত বহি সি হুকুহুকুকৈ কান্দি পেলালে। সি ঠিক কৰিলে যে বিক্সা চলোৱা কাম তাৰদ্বাৰা নহব। খুৰাকক সি খাতিৰ কৰিবলৈ ধৰিলে অন্য এটা চাকৰি যোগাৰ কৰি দিবলৈ। বহুত চেষ্টাৰ মূৰত এঘৰ মানুহত চাকৰৰ কাম এটা যোগাৰ হল মাহে পোন্ধৰ টকা দৰমহাত। কিন্তু দুমাহমান কাম কৰাৰ পিছত পোন্ধৰ টকা দৰমহাৰ তুলনাত অবিশ্ৰান্ত খাটনি আৰু গিৰিহঁতৰ দুৰ্ব্ব্যৱহাৰে তাতো তাক অতিষ্ঠ কৰি তুলিলে। অৱশেষত খুৰাকে তাক উপদেশ দিলে—ধন ঘটিবলৈ সি দূৰ-প্ৰবাসলৈ আহিছে যেতিয়া কঠোৰ পৰিশ্ৰম কৰাৰ বাহিৰে আন উপায় নাই, শুকদেৱে ইচ্ছা কৰিলে সি তাক ভাৰালৈ এখন বিক্সা যোগাৰ কৰি দিব পাৰে। ভাৰাতীয়া বিক্সাৰ বন্দৱস্ত হল এই যে দিনটোত যিমানেই উপাৰ্জ্জন হওক, ( আনকি এটা পইচা উপাৰ্জ্জন নহলেও ) মালিকক দিনে দুটকাকৈ ভাৰা দি বাকী যিখিনি থাকে, সেইখিনি বিক্সাৱালাৰ। খুৰাকে নিজৰ অভিজ্ঞতাৰপৰা হিচাপ কৰি পাইছে যে ভাগ্য প্ৰসন্ন হলে এই বন্দৱস্তমতেও মাহে যাঠি-সত্তৰ টকা উপাৰ্জ্জন হোৱা সম্ভৱ। বহুত ভাব-চিন্তা কৰি অৱশেষত খুৰাকৰ উপদেশ শিৰোধাৰ্য্য কৰি শুকদেও হল বিক্সাৱালা।

গুৱাহাটীত কিমান বিক্সাৱালা আছে জানা গোহাঁই? প্ৰায় ৫ হেজাৰ। এই ক্ষুদ্ৰ মহানগৰীৰ বিচিত্ৰ সমাজ-জীৱনত বিক্সাৱালা-বোৰ এটা স্বতন্ত্ৰ গুৰুত্বপূৰ্ণ সম্প্ৰদায়। জীৱিকা বা বৃত্তিৰ প্ৰকৃতিয়ে সেই বৃত্তিক কেন্দ্ৰ কৰি গঢ়ি উঠা বিশেষ এটা গোষ্ঠীৰ স্বতন্ত্ৰ সামাজিক আচৰণ আৰু জীৱন-দৰ্শন গঢ়ি তোলে। চাৰি হেজাৰ মানুহৰ এটা গোষ্ঠী এখন সমাজত একেবাৰে উলাই কৰিবলগা বস্তু নহয়। মই ভাবোঁ যে এই বিক্সাৱালাবোৰৰ বিষয়েও এটা চ'চিয়লজিকেল চাৰ্ভে হোৱা দৰকাৰ। সিহঁতৰ উপাৰ্জ্জন, খৰচ, পৰিয়ালৰ ভৰণ-পোষণ,



বাসস্থান, খাদ্য, স্বাস্থ্য, অৱসৰ-বিনোদনৰ গল্প, যৌন-জীৱন—এইবোৰ বিষয়ে তথ্য সংগ্ৰহ হোৱা এই কাৰণেই প্ৰয়োজন যে (১) এই বিক্সাৱালা-বোৰৰ মাজৰপৰাই বহুৰি বহুতো ভিক্ষাৰী বাহিৰ হয়, (২) নগৰৰ নিম্ন শ্ৰেণীৰ বেশ্যালয়বোৰৰ অধিকাংশ পৃষ্ঠপোষক আৰু দালাল হল এই বিক্সাৱালাবোৰ, (৩) যক্ষ্মা, চিফিলিচ্ আদি কিছুমান ভয়াবহ ৰোগৰ প্ৰাদুৰ্ভাৱ ইহঁতৰ মাজতেই বেছি আৰু সেইফালৰপৰা সামাজিক স্বাস্থ্যৰ নিৰাপত্তাৰ কাৰণে ইহঁত বিপদ স্বৰূপ, (৪) বাধ্যত পৰি বা আন যিকোনো কাৰণতেই নহওক বেছিভাগ বিক্সাৱালাই নানা তৰহৰ গোপন অপৰাধত লিপ্ত। আৰু ই এটা ডাঙৰ সামাজিক সমস্যা।

বাৰু, এইবোৰ কথা পিছতো হব। এতিয়া পুনৰ শুকদেওৰ কাহিনীলৈ অহা যাওক। বিহাৰৰ গাঁৱৰ খেতিয়কৰ লৰা শুকদেও অসমলৈ আহি হলহি চহৰৰ বিক্সাৱালা। তাৰ খুৰাকৰ দৰে ষ্টেচনৰ প্লেটফৰ্মত পৰি থকা তাৰ সহ্য নহল, কেইদিনমানৰ ভিতৰতে সি অন্যান্য কিছুমান বিক্সাৱালা থকা এটা ভাৰা-ঘৰত নিজৰ কাৰণে এটুকুৰা ঠাই যোগাৰ কৰি ললে। তাৰ উপাৰ্জ্জনো ভালেই হবলৈ ধৰিলে, প্ৰথম কেইমাহমান সি ঘৰলৈ টকাও পঠাব পৰা হল। কিন্তু লাহে লাহে সি বুজিবলৈ ধৰিলে যে নিজৰ এখন বিক্সা কৰিব নোৱাৰিলে বহুত ক্ষতি, মাহে ষাঠিমান টকা মালিকক ভাৰা দিওঁতেই যায়। তাৰ নিজাকৈ এখন বিক্সা কৰিবলৈ হলে সি টকা সঞ্চয় কৰিব লাগিব। অৱশেষত বহুত ভাবি-চিন্তি সি ঘৰলৈ টকা পঠোৱা বন্ধ কৰিলে। এতিয়া তাৰ জীৱনৰ একমাত্ৰ স্বপ্ন হল নিজাকৈ এখন বিক্সা।

কিন্তু দেহৰ বা মনৰ দাবী এটা নহয়, বহুতো। সেই দাবীবোৰ সমভাৱে আৰু সুস্থভাৱে পূৰণ কৰিব নোৱাৰিলেই মানুহৰ ব্যক্তিত্ব বা চৰিত্ৰত আত্মধ্বংসী সংঘাতে দেখা দিয়ে। মানুহৰ পেটৰ ক্ষুধা আছে, লগতে বয়স বুজি যৌন-ক্ষুধাও আছে। জীৱনৰ সৰ্ব্বাঙ্গীন বিকাশৰ কাৰণে পৰিশ্ৰমৰ যেনেকৈ প্ৰয়োজন আছে, তেনেকৈ প্ৰয়োজন আছে

জিৰণিৰ আৰু আমোদ-প্ৰমোদৰ। এটা মানুহে যদি পেটৰ ক্ষুধাক পূৰাবলৈ গৈ যৌন-ক্ষুধাৰ দাবীক বলি দিবলগা হয়, জীৱিকাৰ কাৰণে পৰিশ্ৰম কৰোঁতে কৰোঁতে যদি অৱসৰ বা আমোদ-প্ৰমোদৰ কাৰণে তিলমাত্ৰ সময় নেপায়, সেই মানুহৰ সুস্থ ব্যক্তিত্ব কেতিয়াও গঢ়ি উঠিব নোৱাৰে। তাৰ জীৱনৰ অতৃপ্ত দাবীবোৰে পূৰ্ণতাৰ নিষিদ্ধ গোপন পথ হলেও বিচাৰি লব। আমাৰ সমাজৰ বহুতো দুৰ্ভগীয়া মানুহক আমি এই সহানুভূতিশীল দৃষ্টিভঙ্গিৰপৰা বিচাৰ কৰি চাব লাগিব। ৰিক্সাৱালাবোৰে পুৱা পাঁচ বজাৰপৰা ৰাতি দহ বজালৈকে পৰিশ্ৰম কৰে, নকৰি উপায় নাই। গতিকে দেখাতেই সিহঁতৰ জিৰণিৰ বা আমোদ-প্ৰমোদৰ কোনো উপায় নাই। দ্বিতীয়তে বেছি-ভাগ ৰিক্সাৱালাই প্ৰবসুৱা। যিবোৰ বিবাহিত সিহঁতে দেশৰপৰা তিৰোতা আনি লগত ৰাখিব নোৱাৰে। সিহঁতৰ নিজৰেই থাকিবলৈ ঘৰ নাই, তেনেস্থলত লৰা-তিৰোতা আনি ৰাখিব ক'ত ? অবিবাহিত-বোৰেও ঠিক সেই একে কাৰণতে যথাসময়ত বিয়া-বাৰু কৰিব নোৱাৰে। ফলত সিহঁত স্বাভাৱিক যৌন-জীৱনৰপৰা বঞ্চিত হৈ অসুখী জীৱন কটাবলগা হয়। কিন্তু যি ক্ষেত্ৰত মানৱ-সভ্যতাৰ হেজাৰ হেজাৰ বছৰৰ ব্ৰহ্মচৰ্য্যৰ পৰীক্ষা ব্যৰ্থ হৈ গল, তেনেস্থলত বেচেৰা এই ৰিক্সাৱালাবোৰক যৌন-সংযমৰ অনুশীলন কৰিবলৈ আশা কৰাটো মানৱীয় বিচাৰ হব নে ?

শুকদেৱে দেখিবলৈ পালে যে তাৰ লগৰ ৰিক্সাৱালাবোৰে ৰাতি সদায় মদ খায়, জুৱা খেলে, বেশ্যা-গমন কৰে। সিহঁতে মদ খায় দেহৰ ক্লান্তি দূৰ কৰিবৰ কাৰণে, মনৰ দুশ্চিন্তা পাহৰি থাকিবৰ কাৰণে। জুৱা খেলে আমোদৰ কাৰণে, লগতে দুটা টকা অতিৰিক্ত উপাৰ্জ্জনৰ কাৰণে। মাজে মাজে বেশ্যা-গমন সিহঁতৰ কাৰণে অপৰিহাৰ্য্য, কাৰণ ভৰ-যৌৱনতে সিহঁত বৈবাহিক যৌন-জীৱনৰপৰা বঞ্চিত। এইবোৰ সকলো দেখি-শুনিও শুকদেৱে বহুত দিন লগৰীয়াৰ প্ৰভাৱৰ ওচৰত নতি-স্বীকাৰ নকৰি সংযত হৈ থাকিল। কিন্তু দুটা কথাৰ কাৰণে তাৰ এই সংযম বেছিদিন স্থায়ী নহল। অত্যধিক



নিৰানন্দ পৰিশ্ৰম এনেকুৱা বস্তু যি তিলে তিলে মানুহৰ সকলো মানৱীয় অনুভূতি ভোটা কৰি কৰি অৱশেষত তাক পশুত পৰিণত কৰে। শুকদেওৰ এদিন সেই অৱস্থা আহিল। পশুৰ দৰে পৰিশ্ৰম কৰোঁতে কৰোঁতে এদিন সি পৰিশ্ৰমৰ উদ্দেশ্যই পাহৰি গল, তাৰ জীৱন-ধাৰা এটা যান্ত্ৰিক গতিত পৰিণত হল। দ্বিতীয়তে, লগৰীয়াৰ আমোদ-প্ৰমোদত যোগ নিদিয়াৰ ফলত যি এটা বিচ্ছিন্ন নিঃসঙ্গতাৰ সৃষ্টি হল, সেইটোও বেছিদিন সহ্য কৰা তাৰ পক্ষে অসম্ভৱ হৈ আহিল। লাহে লাহে সি মদ খাবলৈ ধৰিলে, জুৱা খেলিবলৈ ধৰিলে, বেশ্যা-সঙ্গম নকৰাকৈ সি ৰাতি কটাব নোৱাৰা হল। ফলত তাৰ সঞ্চয় পৰিকল্পনা কেনিবা উৰিল, মদ-মাইকীৰ খৰচ যোগাই কোনোমতে খাই থাকিব পৰাটোৱেই ঘাই সমস্যা হৈ পৰিল। মাজে মাজে অৱশ্যে তাৰ বিবেক জাগ্ৰত হৈ উঠে, তেনে অৱস্থাত সি আৰু কেতিয়াও জুৱা নেখেলোঁ বা বেশ্যাৰ ওচৰলৈ নেযাওঁ বুলি শপতো খায়। কিন্তু মাজ-ৰাতি ঘৰলৈ উভতি আহি যেতিয়া সি লগৰীয়াৰ মদ আৰু জুৱাৰ আড্ডা দেখে, অমানুষিক পৰিশ্ৰমত ভাগি পৰা জীৱন্মৃত দেহটোৱে কল্পনাৰ সোণালী ভৱিষ্যৎ এটাতকৈ মদ আৰু জুৱাৰ মাজত সেই মুহূৰ্ত্ততে পাব পৰা আত্ম-বিস্মৃতিৰ কাৰণে হাহাকাৰ কৰি উঠে। সকলো পাহৰি সি আড্ডাত জঁপিয়াই পৰে। পেটত অলপ মদ পৰাৰ লগে লগেই লেলিহান শিখাৰে জ্বলি উঠে কামানল, তাৰ প্ৰশমনৰ কাৰণে সি দৌৰি যায় হীনতমা বেশ্যাবোৰৰ ওচৰলৈ—যিবোৰৰ মূল্য কেৱল আঠ অনা বা এটকা। শুকদেওহঁতৰ ওপৰতে নিৰ্ভৰ কৰি জীয়াই থাকে সমাজৰ এই শত শত দুৰ্ভগীয়া নাৰীৰ দল, কাৰণ শুকদেওহঁতৰ বাহিৰে আন কোনো মানুহেই তীব্ৰতম কামোত্তেজনাত অন্ধ হৈও কেতিয়াও যাব নোৱাৰে সেই ৰুগ্না, যৌৱন-হীনা, বীভৎস চেহেৰাৰ কঙ্কাল-সৰ্ব্বস্ব বেশ্যাবোৰৰ ওচৰলৈ।

পোন্ধৰ বছৰ বয়সত শুকদেও অসমলৈ আহিছিল ভাগ্যৰ অন্বেষণত। তাৰপিছত দহোটা বছৰ পাৰ হৈ গল। দহ বছৰৰ ৰিক্সাৱালাৰ জীৱনে তাৰ দেহ-মনৰ সকলো ৰস শোষণ কৰি তাক

পৰিণত কৰিলে কলত চেপা কুঁহিয়াৰৰ চোবাৰ দৰে পৰিত্যক্ত জঞ্জালত। এতিয়া সি সৌভাগ্যৰ স্বপ্ন দেখা দূৰৰ কথা, জীয়াই থকাটোৰেই হৈ পৰিল এটা অন্তহীন বিভীষিকা। ভাৰবাহী পশুৰ দৰে সি গোটেই দিন ৰিক্সা টানে, ৰাতি য'তে অকণমান ঠাই পায় তাতে মৰা মানুহৰ দৰে পৰি থাকে। হাতত পইচা থাকিলে বা সুবিধা পালে কেতিয়াবা সি এবটল মদ খায়, বতাহ লাগি চিমিক-চামাক জুইত খুদমান ফিৰিঙতি জ্বলি উঠাৰ দৰে মদৰ নিচাত মুমূৰ্ষু দেহত বিন্দুমাত্ৰ কাম-ভাব জাগ্ৰত হলে কোনোবা বেশ্যাৰ ওচৰলৈ গৈ দেহৰ দাবী পূৰণ কৰি আহে। অৱশেষত তাৰ দেহত নানা ব্যাধিয়ে প্ৰৱেশ কৰিলে। সৰ্ব্বাঙ্গত বিষ, কাহ, মাজে মাজে জ্বৰ—লাহে লাহে ৰিক্সা চলোৱাটোৰেই তাৰ কাৰণে অসম্ভৱ হৈ আহিল। অথচ ৰিক্সা নচলালে সি খাব কেনেকৈ ? এদিন যদি বেমাৰ বুলি সি বহি থাকিবলগা হয়, সেই এদিনৰ কাৰণেও তাৰ ভাত নুজুটিব। আন-হাতে, তাৰ নিজৰ উপাৰ্জ্জন হওক নহওক মালিকৰ দিনটোৰ ভাৰা দিবই লাগিব। নহলে তেওঁ তাৰপৰা ৰিক্সাখন কাঢ়ি লৈ যাব। কিন্তু এদিন তাৰ বেমাৰ ইমান বেছি হল যে সি ৰিক্সা চলোৱা বন্ধ কৰিবলৈ বাধ্য হল। গাৰ বিষত লৰচৰ কৰিব নোৱাৰা অৱস্থা, তাতে প্ৰচণ্ড কাহত তাৰ কলিজা ফাটি বাহিৰ হৈ আহিল জোলোকা-জোলোকে কেঁচা তেজ। সি ভীষণ ভয় খালে। জীৱনত প্ৰথমবাৰৰ কাৰণে সি যাবলগা হল ডাক্তৰৰ ওচৰলৈ। ডাক্তৰে পৰীক্ষা কৰি হাঁহি হাঁহি তাক কলে—'ঘাই দুটা বেমাৰকেই তই গাত চপাই লৈছ। ভাল যদি হব খোজ, এবছৰ ৰিক্সা চলোৱা বন্ধ কৰিব লাগিব। চিকিৎসাৰ কাৰণে টকাও লাগিব পাঁচশ।' 'পাঁচশ ?'—শুকদেৱে যেন নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলে। 'কি বেমাৰ বাবু ?'—সি যন্ত্ৰৰ দৰে প্ৰশ্ন কৰিলে। ডাক্তৰে উত্তৰ দিলে—'যক্ষ্মা আৰু চিফিলিচ্।'

শুকদেৱে তেনেকুৱা বেমাৰৰ নাম জীৱনত শুনাই নাই। তদুপৰি পাঁচশ টকা খৰচ কৰি বেমাৰ চিকিৎসা কৰোৱা কথা তাৰ কাৰণে



কল্পনাৰো অতীত। ডাক্তৰক সি কলে—'পিছত যি হব—হব বাবু। এতিয়া এটা বেজি দি দিয়ক।' ডাক্তৰেও জানে যে পাঁচশ টকা দি বেমাৰ চিকিৎসা কৰোৱা তাৰ কোনো জন্মতেই সম্ভৱ নহব। এটা পেনিচিলিন বেজি দি তেওঁ তাক পঠাই দিলে। সামান্য এটা ৰিক্সাৱালাৰ বিষয়ে ভাবি থাকিবলৈ তেওঁৰ সময় নাই আৰু উপায়ো নাই।

পেনিচিলিনৰ কৃপাত সি গাৰ বিষটো অলপমান ভাল পালে আৰু আগৰ দৰেই ৰিক্সা চলাবলৈ আৰম্ভ কৰিলে। কিন্তু যক্ষ্মা আৰু চিফিলিচে ইতিমধ্যে তাৰ দেহত ভালকৈয়ে ৰাজত্ব বিস্তাৰ কৰিছে, তাক আওকাণ কৰি আৰু কিমান দিন সি থাকিব পাৰে ? দেহৰ ভিতৰত ইমান দিনে গোপন হৈ থকা চিফিলিচে লাহে লাহে বাহিৰত আত্ম-প্ৰকাশ কৰিলে অসংখ্য গলিত ক্ষত-চিহ্নৰ ৰূপত, যক্ষ্মাই খাই শেষ কৰা কলিজাই ৰিক্সা টনা দূৰৰ কথা—তাৰ দেহৰ ভাৰ বহন কৰিবলৈকো অক্ষম হৈ পৰিল। এদিন পুৱাই ৰিক্সাখন ৰাস্তালৈ উলিয়াবলৈ গৈ সি অনুভৱ কৰিলে যে খাবলৈ নেপাই তিলে তিলে মৰিলেও তাৰ পক্ষে আৰু ৰিক্সা চলোৱা সম্ভৱ নহয়। ঘৰলৈ ঘূৰি গৈ সি আধা-মৰা মানুহৰ দৰে বিচনাত শুই থাকিল। লগৰ ৰিক্সাৱালা-বোৰে সেইদিনা তাক খাবলৈ দিলে। এসপ্তাহ সি বিচনাৰপৰা উঠিবই নোৱাৰিলে। ইতিমধ্যে মালিকে তেওঁৰ প্ৰাপ্য ভাৰা নেপাই শুকদেওৰ বুকু-ভগা কান্দোন, কাকুতি-মিনতি অগ্ৰাহ্য কৰি ৰিক্সাখন লৈ গুচি গল। টকা নেপালে তেওঁ ৰিক্সাখন বহি থাকিবলৈ দিয়ে কেনেকৈ ? উপাৰ্জ্জনৰ একমাত্ৰ সম্বলো যেতিয়া তাৰ হাতৰপৰা নোহোৱা হৈ গল, লগৰ ৰিক্সাৱালাবোৰে বুজিলে যে তাক টকা ধাৰলৈ দিয়া আৰু মিছা, সি কোনোদিনে ধাৰ পৰিশোধ কৰিব নোৱাৰিব। দুদিন অনাহাৰে পৰি থকাৰ পিছত পেটৰ জ্বালাত ৰব নোৱাৰি তৃতীয় দিনা শুকদেও বাহিৰ হল ভিক্ষাৰ সন্ধানত। গুৱাহাটীৰ ৰাজপথৰ ক্ৰমবৰ্দ্ধমান ভিক্ষাৰীৰ সমদলত যোগ হল আৰু এটা নতুন ভিক্ষাৰী।

তুমি ভাবিছা নেকি যে শুকদেওৰ কাহিনীৰ ইমানতেই শেষ ?"— বিচমণ্ডে হঠাৎ মোক প্ৰশ্ন কৰিলে। "এই যক্ষ্মা আৰু চিফিলিচ্ গ্ৰস্ত ভিক্ষাৰীটোৱেই ৰাস্তাত বুটলি পোৱা এজনী ভিক্ষাৰিণীৰ গৰ্ভত জন্ম দিছে আৰু দুটা নতুন মানৱ-শিশুৰ। ভিক্ষাৰী বংশৰ ইতিহাসেই হল এই ঃ

'Starving men begat in horror
Our forerunners weak as we
Sickly mothers gave us Suck'......"



# ॥ অহিংসা ॥

## চিন্ময় চৌধুৰীৰ ডায়েৰিৰ অংশবিশেষ

২২-৪-৬৬ ঃ সাপ্তাহিক জনমভূমিৰ এটা খবৰ—'নলবাৰীৰ এটা বাতৰিত প্ৰকাশ যে আজি বহুত দিনৰপৰা সেই অঞ্চলৰ ভিতৰুৱা গাঁওবোৰত মানুহে অনাহাৰ আৰু অৰ্দ্ধাহাৰত দিন কটাবলগা হৈছে। কেইদিনমান আগতে তাৰে কোনোবা এখন প্ৰাইমাৰী স্কুলত সাত-আঠ বছৰীয়া সৰু লৰা এটিয়ে স্কুলত আহি পোৱাৰ মুহূৰ্ত্তৰপৰা বেঞ্চত মূৰ থৈ টোপনিয়াবলৈ ধৰে। বহুত পৰ তেনেকৈ টোপনিয়াই থকা দেখি শিক্ষকে তাক জগাই প্ৰশ্ন কৰাত সি উত্তৰ দিয়ে যে যোৱা তিনি দিন সিহঁতৰ ঘৰত ভাত নাই, গতিকে মূৰটো পোন কৰি ৰাখিবলৈ তাৰ শক্তি নাই।'

স্বীকাৰ কৰিবলৈ অকণো লাজ নকৰোঁ যে মই এজন বৰ চঞ্চল মনৰ আবেগ-প্ৰৱণ মানুহ। অতি সামান্য কথাতে মই উত্তেজিত হৈ পৰোঁ। উদাহৰণ স্বৰূপে—ওপৰত উল্লেখ কৰা বাতৰি কাগজখন মোৰ বন্ধু এজনেও মোৰ চকুৰ আগতে পঢ়িছিল। প্ৰথমতে মই ওপৰত উল্লেখ কৰা বাতৰিটোত তেওঁৰ চকুৱেই নপৰিল। প্ৰথম পৃষ্ঠাৰ হেড্ লাইন্, ৰাশি ফল, চিনেমা আৰু ক্ৰীড়া জগতৰ খবৰ আদি পঢ়ি শেষ কৰি তেওঁ যেতিয়া কাগজখন থবলৈ উপক্ৰম কৰিছে মই বাহিৰত নিৰ্ব্বিকাৰ ভাব দেখুৱাই ওপৰৰ বাতৰিটো তেওঁক আঙুলিয়াই দেখুৱালোঁ। তেওঁৰ প্ৰতিক্ৰিয়া কি হয় জানিবৰ কাৰণে মই তেওঁৰ মুখলৈ চাই ৰলোঁ। বাতৰিটো পঢ়ি কাগজখন এফলীয়াকৈ থৈ তেওঁ

মোৰ মুখৰ ফালে সপ্ৰশ্ন দৃষ্টিৰে চাই পঠালে। তেওঁৰ মুখৰ ভাব—'এই বিশেষত্বহীন বাতৰিটো পঢ়ি চাবলৈ তুমি মোক কিয় কৈছিলা মই একো বুজি নেপালোঁ। এইটোনো এটা কি খবৰ। তিনি দিন লঘোনে থাকিলে সৰু লৰা কিয়—ডাঙৰ মানুহৰে গা দুৰ্ব্বল লাগিব। তাত আচৰিত হবলগা কি আছে।'

নিশ্চয়, তাত আচৰিত হবলগা একো নাই। কিন্তু মোৰ পক্ষে অতি দুৰ্ভাগ্যৰ কথা যে মোৰ মগজটো সিমান ঠাণ্ডা নহয়। মই অতি সামান্য কথাতে উত্তেজিত হওঁ, আচৰিত হওঁ, উন্মাদপ্ৰায় হওঁ। অবোধ শিশুৰ অনাহাৰত তিলে তিলে মৰিব ধৰা খবৰটো পঢ়িও নিৰ্ব্বিকাৰ হৈ থাকিব পৰা সেই ডেকা মানুহজনৰ ভাবলেশহীন মুখখন সেই মুহূৰ্ত্ততে ভাঙি চূৰ্ণ কৰি দিবলৈ মোৰ মন গৈছিল। নিৰ্ব্বোধ মুখৰ সেই ডেকা মানুহটো ভাৰতবৰ্ষৰ সেই লক্ষ লক্ষ পুৰুষত্বহীন কাপুৰুষ ডেকাবোৰৰে এটা—যাৰ চকুৰ আগত এটা ঘৰ জ্বলি-পুৰি শেষ হৈ যাব ধৰিছে আৰু ভিতৰত শিশু-বৃদ্ধ-নাৰী পুৰি মৰিব ধৰিছে আৰু সিহঁতে দূৰৰপৰা নিৰ্ব্বিকাৰভাৱে চাই আছে। সি ভাৰতবৰ্ষৰ সেই ভণ্ড প্ৰতাৰকৰ দলৰে এটা—যি খাব নোপোৱাবোৰৰ কাৰণে লিখাত আৰু বক্তৃতাত ঘঁৰিয়ালৰ চকুপানী টুকি পিছ-মুহূৰ্ত্ততে চিনেমাৰ নগ্ন নাৰী-চিত্ৰত বিচাৰি যায় জীয়াই থকাৰ সাৰ্থকতা। সি ভাৰতবৰ্ষৰ সেই জাত-দাস, নৰাধমবোৰৰে এটা—যাৰ বিবেক, মানৱতাবোধ আৰু পৌৰুষক এমুঠি চিকা ৰূপ বা এটা চাকৰিৰ বিনিময়ত ক্ৰয় কৰিব পাৰি। শিশুৰ অনাহাৰত তিলে তিলে মৰাৰ খবৰ শুনিও যাৰ মুখৰ এটা পেশীও কুঞ্চিত নহয়, এনেকুৱা মানুহ কোনোবাই কল্পনা কৰিব পাৰে নে? অথচ আজি ভাৰতবৰ্ষৰ বেছি-ভাগ মানুহেই তেনেকুৱা। ইয়াতকৈ বেছি আধ্যাত্মিক অধঃপতন পৃথিবীৰ আন কোনো জাতিৰে বোধহয় হোৱা নাই।

খবৰটো পঢ়ি মোৰ মগজটো ইমান গৰম হল যে ৰাতিও মই ভালকৈ শুব নোৱাৰিলোঁ। চিল্‌মিলীয়া টোপনিত মই সপোন দেখিলোঁ—মোৰ সাত বছৰীয়া লৰাটোৱে স্কুললৈ যাবলৈ সাজু হৈ






মাকক কলে—'মা, ভাত দিয়া।' মাকে লৰা-লৰিকৈ আঁচলেৰে চকু দুটা মচি তাক বুকুত সাবটি ধৰি কলে—'সোণ, আজি ভাত ৰন্ধা নহল, তুমি ভাত নোখোৱাকৈয়ে স্কুললৈ যাব লাগিব। মই ভাত ৰান্ধি থম, তুমি স্কুলৰপৰা আহিয়েই খাবা সোণ।' শুদা পেটে স্কুললৈ যাবলগা হোৱাৰ কথা শুনি লৰাই কান্দিবলৈ ধৰিলে। মাকে নাকে-মুখে চুমা খাই বহুত প্ৰলোভন দেখুৱাই তাক স্কুললৈ পঠালে। আবেলি হল। লৰা স্কুলৰপৰা আহি পাবৰ সময় হৈছে। মাকে

পিৰালিত বহি বাটলৈ চাই চাই আত্মহত্যাৰ উপায় চিন্তা কৰিছে। এনেতে পদূলিয়েদি পুতেক সোমাই আহিল। ওঁঠ চেপিলে গাখীৰ ওলোৱা লৰাটোৰ গোটেই দিনটো লঘোন। তাৰ খোজবোৰ থৰক-বৰক, গাল দুখন আৰু চকু দুটা ভিতৰলৈ সোমাই গৈছে। মাকৰ ওচৰ পাই সি মাত লগালে—'মা, খাবলৈ দিয়া, ভোক লাগিছে'। কিন্তু ডিঙিৰপৰা তাৰ মাতটো ভালকৈ ওলাই নাহিল, সি নিজেই তাৰ মাতটো ভালকৈ নুশুনিলে। কথাষাৰ কৈয়েই সি মাকৰ কোলাত মূৰটো থৈ মাটিতে বাগৰি পৰিল।

সপোনৰ আন এটা দৃশ্য ঃ লৰাটোৱে মাটিত বাগৰি পৰি মাকক কব ধৰিছে যে ভাত খাবলৈ নেপালে সি স্কুললৈ যাব নোৱাৰে। আজি তিনি দিন সি খাবলৈ পোৱা নাই। প্ৰত্যেক দিনেই তাক মাকে ফুচুলাই আছে—কাইলৈ খাবলৈ পাবা সোণ, কাইলৈ খাবলৈ পাবা ধন। এইদৰে কওঁতে কওঁতে তিনি দিন পাৰ হৈ গল, আজি খাবলৈ নেপালে সি মাটিৰপৰা উঠিবই নোৱাৰে। তাৰ কথা শুনি মাকে তভক মাৰি খন্তেকপৰ তাৰফালে চাই বল, তাৰপিছত ঘৰৰ চুকৰপৰা জেওৰা খৰি এডাল হাতত লৈ পুতেকৰ মুখৰ আগত জোকাৰি জোকাৰি কবলৈ ধৰিলে—'তোক মই স্কুললৈ যাবলৈ কৈছোঁ নহয়, এই মুহূৰ্ত্ততে তই স্কুললৈ যা, নহলে মাৰি মাৰি তোৰ দেহা শেষ কৰি দিম।' অকণমানি লৰাটোৱে মাটিত বাগৰি পৰি থকা অৱস্থাতে চকু দুটা বহলকৈ মেলি চাই পঠালে—যেন সি চকুৰ আগত মাকক নহয়, এজনী ৰাক্ষসিনীক হে দেখা পাইছে। তিনি-দিনীয়া খালী পেটত খাবলৈ ভাত খুজি অৱশেষত দেহা শেষ হৈ যোৱাকৈ মাৰ হে খাব লাগিব বুলি সি কেতিয়াও সপোনতো ভবা নাছিল। মাকৰ মূৰ্ত্তি দেখি তাৰ অবোধ শিশু-মনটোৱেও বুজি পালে যে সি এতিয়া জীৱনৰ এনে এটা সমস্যাৰ সন্মুখীন হৈছে, যাৰ আগত পেটৰ ভোক নিতান্তই তুচ্ছ। মাকৰ মুখৰ ফালে এক-দৃষ্টিৰে চাই চাই সি পৰি থকাৰপৰা উঠি থিয় হল আৰু চুকৰ বাঁহৰ চাংখনৰপৰা কিতাপ-ফলিখিনি হাতত লৈ ঢলং-পলংকৈ স্কুললৈ বুলি ওলাই গল। সি গৈ পদূলি পোৱাৰ লগে লগে মাকে



হাতৰ জেওৰা খৰিডাল গাৰ সমস্ত জোৰেৰে নিজৰ মূৰত মাৰি দি ঠাইতে মাটিত বাগৰি পৰিল।

২৩-৪-৬৬ ঃ ৰাতিপুৱা শুই উঠিয়েই মোৰ আগ-নিশাৰ সপোনটোৰ কথা মনত পৰিল। পাৰুল অৰ্থাৎ অপুৰ মাকক কথাষাৰ কোৱাত তেওঁ—'ছিঃ, কি অমঙ্গলীয়া কথাবোৰ কোৱা' বুলি পুতেকক বুকুত সাবটি ধৰিলে। অপুৱে স্কুললৈ যাবৰ সময়ত মই তাক থুঁতৰিত ধৰি মৰম কৰি কলোঁ—'অপু, আজি তুমি ভাত নোখোৱাকৈ স্কুললৈ যাব পাৰিবা নে?' সি অলপ আচৰিত আৰু ততোধিক বিৰক্ত হৈ (মাকৰ শিক্ষা পাই পাই সি মোক অকণো গ্ৰাহ্য নকৰে) মোক সুধিলে—'তুমি কি কথাবোৰ কোৱা হে দেউতা? মই ভাত নোখোৱাকৈ কিয় স্কুললৈ যাম?' মই খুব অনুনয়ৰ সুৰত তাক কলোঁ—'ভাত নোখোৱাকৈ স্কুললৈ গলে কেনেকুৱা লাগে তোমাৰ জানিবলৈ মন নেযায় নে?' কিন্তু মই কথাষাৰ ভালকৈ শেষ কৰিবলৈ নেপালোঁৱেই, পাৰুলে তাক চাঁত্‌ কৰে টান মাৰি নি ভাতৰ টেবুলত বহুৱাই দিলেগৈ। মই তেওঁৰ পাছে পাছে গৈ দেখিলোঁ, মোৰ প্ৰস্তাৱটোক ব্যঙ্গ কৰিবৰ কাৰণেই বোধহয় সেইদিনা অপুৰ খোৱাৰ আয়োজন আনদিনাতকৈ কিছু বেছি। ভাত, দাইল, অলপ ভজা মাছ, এটা আধা-সিজোৱা কণী, আলু আৰু বন্ধা কবিৰ আঞ্জাৰ উপৰিও কাষতে এটা বাটিত অলপ পায়স। মই দৃশ্যটো চাই বাহিৰলৈ ওলাই গুচি আহিলোঁ। হঠাৎ ঠিক সেই মুহূৰ্ত্ততে চকুৰ আগত দেখাৰ দৰে মোৰ মানস-পটত ভাহি উঠিল এখন ছবি—তিনি-দিনীয়া লঘোনীয়া পেটেৰে মাটিত বাগৰি থকা এটা লৰা। তাৰো বয়স সাত বছৰ। অলপ পিছতে সিও স্কুললৈ যাব। কিন্তু সি ভালকৈ খোজ কাঢ়িব নোৱাৰিব। ভোকত চেপেটা পেটটো এটা অদ্ভুত যন্ত্ৰণাই সকলো সময়তে খামোচ মাৰি ধৰি থাকিব। চকুৰ আগত সি সকলো ধোঁৱা-কোঁৱা দেখিব। স্কুলত গৈ পায়েই সি বেঞ্চতে মূৰটো থৈ শুই পৰিব, সি যে কিমানদিন খাবলৈ পোৱা নাই, খাবলৈ…আহা, ভাত খাবলৈ যে ইমান ভাল লাগে, আৰু একো নেলাগে, কেৱল ভাত, পৃথিবীৰ

সকলো ভাত সি খাই শেষ কৰিব পাৰিব, আনকি ৰাস্তাত ভিক্ষাৰীয়ে খাই থকা ভাতো সি কাঢ়ি আনি খাব পাৰিব, কাৰণ ভাত খাবলৈ ইমান যে ভাল লাগে, ভাত…ভাত…ভাত…

মই বোধহয় থিয় হৈ থকা অৱস্থাতে পুনৰ স্বপ্ন দেখিছিলোঁ। মই আগতেই কৈছোঁ, মই এজন অতি দুৰ্ব্বল মনৰ ভাব-বিলাসী মানুহ। সকলোৱেই জানে যে মই অতি চঞ্চল আৰু আবেগ-প্ৰৱণ।

ৰাতি মই আকৌ স্বপ্ন দেখিলোঁ: ফৰাচী বিপ্লৱৰ দৰে, ৰাচিয়াৰ অক্টোবৰ বিপ্লৱৰ দৰে মই ভাৰতবৰ্ষত এটা বিৰাট বিপ্লৱৰ সূচনা কৰিছোঁ। শিশুক যিবোৰে খাবলৈ নিদি তিলে তিলে হত্যা কৰে, সিহঁতৰ ওপৰত মই নিৰ্ম্মম প্ৰতিশোধ লৈছোঁ। এনেতে মোৰ আগত এজন মহাত্মাই দেখা দি কলে—'হিংসা মহাপাপ। অহিংসা পৰম ধৰ্ম্ম। ভাৰতবৰ্ষই জগতৰ আগত অহিংসাৰ মহান আদৰ্শ দেখুৱাই আহিছে। তুমি সামাজিক অসাম্য দূৰ কৰিবৰ কাৰণে হিংসাৰ আশ্ৰয় লৈ মহাভুল কৰিছা। এতিয়াও সময় আছে, এই পথ ত্যাগ কৰি অহিংস উপায়েৰে সকলো সমস্যা সমাধানৰ চেষ্টা কৰা।'

**মই:** হিংসা কাক কয়?

**মহাত্মা:** আনক শাৰীৰিকভাৱে আঘাত কৰিবৰ কাৰণে বা হত্যা কৰিবৰ কাৰণে অস্ত্ৰৰ ব্যৱহাৰ কৰাকে সাধাৰণ অৰ্থত হিংসা বুলি কোৱা হয়।

**মই:** যদি কাৰোবাক বিহ খুৱাই আহত বা হত্যা কৰা হয়, সেইটো হিংসা হব নে নহয়?

**মহাত্মা:** নিশ্চয় হব।

**মই:** সমাজৰ পৰিবৰ্ত্তন আনিবৰ কাৰণে হিংসাৰ আশ্ৰয় লোৱাটো বেয়া। কিন্তু সমাজৰ স্থিতাৱস্থা ৰক্ষাৰ কাৰণে হিংসাৰ আশ্ৰয় লোৱাটো ভাল নেকি?

**মহাত্মা:** কেনেকৈ ভাল হব? সেইটোও নিশ্চয় বেয়া।

**মই:** আপুনি হিংসাক কিয় বেয়া বুলি কয়?



**মহাত্মা:** কাৰণ তাৰদ্বাৰা মানুহৰ কষ্ট হয়। মানুহৰ বিনাশ হয়। হিংসাই মানুহক অমানুহ কৰে, পশুত পৰিণত কৰে।

**মই:** মই যদি আপোনাক তৰোৱালেৰে আঘাত কৰোঁ আপুনি নিশ্চয় দুখ পাব। সেইটো আপুনি নিশ্চয় হিংসাৰ কাৰ্য্য বুলি কব। কিন্তু মই যদি ষড়যন্ত্ৰ কৰি বা আপোনাৰ প্ৰাপ্যখিনি অপহৰণ কৰাৰ লোভত আপোনাক দিনৰ পিছত দিন অৰ্দ্ধাহাৰত বা অনাহাৰত ৰাখোঁ আৰু তাৰদ্বাৰাই তিলে তিলে আপোনাক যন্ত্ৰণাময় মৃত্যুৰ মুখলৈ ঠেলি দিওঁ, আপুনি তৰোৱালৰ আঘাততকৈ বেছি কষ্ট নেপাব নে? তৰোৱালৰ একে ঘাপতে হোৱা মৃত্যুতকৈ অনাহাৰৰ ফলত তিলে তিলে হোৱা মৃত্যু বেছি বীভৎস নহয় নে? এনে কাৰ্য্যক আপুনি হিংসা বুলি নকব নেকি?

**মহাত্মা:** তুমি কি কব খুজিছা মই বুজিব পৰা নাই।

**মই:** মুখা-মুখি যুদ্ধত যদি এঘণ্টাৰ ভিতৰতে এহেজাৰ মানুহ মৰে আৰু এহেজাৰটা মৃতদেহ আপুনি একেলগে দেখা পায়, স্বাভাৱিকতে আপুনি আতঙ্কত শিয়ৰি উঠিব বা করুণাত দ্ৰৱীভূত হৈ যাব। কিন্তু অসমৰ এহেজাৰখন গাঁৱত এহেজাৰটা মানুহ অনাহাৰত তিলে তিলে মৰা বুলি শুনিলে আপুনি নিশ্চয় সিমানখিনি আতঙ্ক বা সহানুভূতি অনুভৱ নকৰে। কিন্তু আপোনাৰ অনুভূতি বা তাৰ অভাৱৰ-দ্বাৰা এই কথা প্ৰমাণ নহয় যে যুদ্ধক্ষেত্ৰত মৰা এহেজাৰটা মানুহৰ দৃশ্যতকৈ অনাহাৰত মৰা এহেজাৰ মানুহৰ দৃশ্য কম হৃদয়বিদাৰক,নাইবা যুদ্ধক্ষেত্ৰত মৰা এহেজাৰটা মানুহ হিংসাৰ বলি, কিন্তু অনাহাৰত মৰা এহেজাৰটা মানুহ ততোধিক ভয়াবহ এক প্ৰচ্ছন্ন সামাজিক হিংসাৰ বলি নহয়। তাৰদ্বাৰা কেৱল আপোনাৰ আৰু আপোনাৰ দৰে তথাকথিত অহিংসাৰ দাৰ্শনিকবোৰৰ কল্পনাৰ দৈন্য আৰু প্ৰকৃত মানৱীয় সহানুভূতিৰ অভাৱ হে প্ৰকাশ পায়। এই কথা আপুনি স্বীকাৰ কৰে নে নকৰে?

**মহাত্মা:** তুমি কি কব খুজিছা মই একো বুজিব পৰা নাই।

**মই:** (অতিশয় খঙত) আপোনাৰ সকলো কথা মই বুজিব লাগিব, মানিব লাগিব, কিন্তু মোৰ প্ৰত্যেকটো কথাকে আপুনি নুবুজাৰ

ভাও ধৰিব। শুনক, আপুনি আপোনাৰ অহিংসাৰ আদৰ্শ প্ৰথমে প্ৰচাৰ কৰকগৈ চিৰকালৰ সেই শোষক শ্ৰেণীৰ মানুহবোৰৰ আগত, যিবোৰে যুগ যুগ ধৰি সমাজৰ বেছিভাগ মানুহৰে ৰক্ত শোষণ কৰি খাইছে। আনক শোষণ কৰাতকৈ ডাঙৰ হিংসা আৰু একো নাই। আদৰ্শ প্ৰচাৰ কৰকগৈ সেই লোভী ব্যৱসায়ীবোৰৰ আগত—যিবোৰে অতি-লোভৰ আশাত মানুহৰ খাদ্য-দ্ৰব্যত মাৰাত্মক বিহ মিহলি কৰি বেচে, দৰবৰ নামত পানী বিক্ৰী কৰি মানুহক ঠগাই মাৰে। মনত ৰাখিব—ভাৰতবৰ্ষত আজি যিবোৰ ব্যৱসায়ীয়ে অতি-লোভৰ আশাত ভেজাল খাদ্য আৰু ভেজাল ঔষধ বিক্ৰী কৰি লক্ষ-কোটি মানুহক তিলে তিলে হত্যা কৰিছে, সিহঁত আৰু সিহঁতৰ ক্ৰীতদাস ৰাজনৈতিক নেতাবোৰেই অহিংসাৰ আটাইতকৈ ডাঙৰ প্ৰবক্তা। যেন বন্দুকৰ গুলীৰে হত্যা কৰাটো হে হিংসা, মিঠাতেলত মাৰাত্মক বিহ দি মানুহক চিৰৰুগীয়া কৰি তিলে তিলে হত্যা কৰাটো হিংসা নহয়। আপুনি অহিংসাৰ আদৰ্শ প্ৰচাৰ কৰকগৈ সেই ভণ্ড-স্বাৰ্থপৰ ৰাজনৈতিক নেতাবোৰৰ আগত, যিবোৰে নিজে মোগল সম্ৰাটসকলৰ দৰে বিলাসত পোত গৈ থাকি দৰিদ্ৰ, অভুক্ত জনসাধাৰণক উপদেশ দিয়ে সুদিনৰ কাৰণে এশ বছৰ অপেক্ষা কৰিবলৈ। হিংসা নিশ্চয় পাপ, কিন্তু এই অমানুষিক নীচতা, ক্ৰূৰতা আৰু ভণ্ডামিতকৈও সি বেছি পাপ নে? আপুনি তেওঁলোকৰ ওচৰলৈ যাওক, আপোনাৰ লগত দাৰ্শনিক তত্ত্ব আলোচনা কৰিবলৈ মোৰ সময় নাই। মোৰ আচলতেই সময় নাই। ক'ৰবাৰ এটি সৰু ল'ৰাই আজি তিনি দিন ভাত খাবলৈ পোৱা নাই; ভাবি চাওকচোন—তিনি দিন! মোৰো এটি ল'ৰা আছে, তাৰো সাত বছৰ, তাক যদি মই দিনৰ পিছত দিন একো খাবলৈ দিব নোৱাৰোঁ……! মোৰ সময় নাই, আপুনি যাওক।

মহাত্মা: বাৰু, মই যাওঁ। তোমাৰ কথামতে মই সেই মানুহবোৰকো অহিংসাৰ কথা কওঁগৈ। কিন্তু তুমি মোক কথা দিয়া যে মই ঘূৰি নহালৈকে তুমি এই হিংসাত্মক বিপ্লৱ বন্ধ ৰাখিবা। তুমি স্বীকাৰ কৰা যে হিংসা বেয়া, অহিংসা ভাল।





'ফটোখন তো শান্তিত উঠিব দে……'

মই: সদায় স্বীকাৰ কৰোঁ যে অহিংসাৰ আদৰ্শ মহৎ। মই আপোনাক কথা দিলোঁ যে মই বিপ্লৱ বন্ধ ৰাখিম। কিন্তু মনত ৰাখিব—ক'ৰবাত এটি অকণমানি ল'ৰাই তিনি দিন ভাত খাবলৈ পোৱা নাই। স্কুললৈ গৈ সি মূৰটো পোনকৈ ৰাখিব নোৱাৰে, বেঞ্চতে মূৰ দি সি শুই পৰে। মই বেছিদিন বাট চাব নোৱাৰিম। আৰু এটা কথা। যুদ্ধ-বিগ্ৰহ কটা-মৰাৰ হিংসাক মানুহে সদায় নিন্দা কৰি আহিছে। কিন্তু তাতোকৈ সহস্ৰগুণে ভয়াবহ হিংসা—সমাজৰ দহজনৰ সুখৰ কাৰণে নৰৈজনক চিৰকাল অমানুষিক দাৰিদ্ৰ্যৰ নৰকত পুতি ৰখাৰ ষড়যন্ত্ৰ—তাক আজিলৈকে কোনেও স্পষ্ট ভাষাৰে হিংসা বুলি কোৱা নাই আৰু সেই হিংসাৰ অৱসান ঘটাবৰ কাৰণে কোনো মহাত্মাই একো এটা কাৰ্য্যকৰী অহিংস উপায় দেখুৱাই দিয়া নাই। মই সেই মহাত্মাৰ কাৰণে হে বাট চাম যি আচল হিংসাক

হিংসা বুলি অভিহিত কৰিব আৰু সহজ ভাষাৰে তাৰ প্ৰতিবাদ কৰিব।

২৫-৪-৬৬ : "পি-টি-আই-য়ে জনাইছে—জাতি সংঘৰ আন্তৰ্জ্জাতিক শিশু-কল্যাণ সংস্থাৰ এজন পুষ্টি-বিশেষজ্ঞই কয় যে ভাৰতবৰ্ষৰ চৰকাৰে এই দেশত অনাহাৰত এজনো মানুহ নাই মৰা বা নমৰিব বুলি যি বিবৃতি দিছে, সি কেৱল জনসাধাৰণৰ মনৰপৰা আতঙ্কৰ ভাব দূৰ কৰিবৰ কাৰণে দিয়া ৰাজনৈতিক বিবৃতি।

১৯৬০ চনৰপৰা ভাৰতবৰ্ষত জাতি সংঘৰ ব্যৱহাৰিক পুষ্টি আঁচনিৰ বিশেষজ্ঞ হিচাপে কাম কৰা আৰু বৰ্ত্তমানে অৱসৰ গ্ৰহণ কৰা কানাডাৰ অধিবাসী ডঃ ডোনাল্ড ফেৰিচ্ নামৰ এই বৈজ্ঞানিকজনে কয় যে দুৰ্ভিক্ষ আৰু তজ্জনিত অপুষ্টিৰ কাৰণে ভাৰতত মৃত্যুৰ হাৰ এই বছৰ স্বাভাৱিক অৱস্থাতকৈ বহুগুণে বৃদ্ধি পাব।

সাংবাদিকসকলৰ লগত কথা প্ৰসঙ্গত তেওঁ কয় যে ভাৰতলৈ আহিবৰ দিন ধৰি অনাহাৰত মানুহ মৃত্যুমুখত পৰা তেওঁ নিজে দেখিছে, কিন্তু এনে অৱস্থাৰ কাৰণে দেশত খাদ্যাভাৱতকৈ মানুহৰ ক্ৰয়-ক্ষমতাৰ অভাৱ হে বেছিকৈ দায়ী।"

—ষ্টেট্চমেন্—১৩-৪-৬৬

"কটক, ১২ এপ্ৰিল—বিৰুদ্ধপন্থী কংগ্ৰেছ নেতা ডঃ হৰেকৃষ্ণ মহাতাবে আজি ইয়াত কয় যে সমগ্ৰ দেশ বিপ্লৱৰ সীমাত আহি উপনীত হৈছে। জনসাধাৰণ এই অৱস্থাত আহি পৰাৰ কাৰণ হৈছে এই যে দীৰ্ঘদিন ধৰি ৰাজহুৱা অভাৱ-অভিযোগ পুঞ্জীভূত হৈ উঠিছে আৰু দিনে দিনে মানুহৰ এই ধাৰণা বদ্ধমূল হৈ পৰিছে যে ৰাইজৰ অতি যুক্তিসঙ্গত দাবীৰ প্ৰতিও কৰ্ত্তৃপক্ষ উদাসীন।"

—ষ্টেট্চমেন্—১২-৪-৬৬



২৬-৪-৬৬ : যোৱা ৰাতি মই আকৌ স্বপ্নত দেখিলোঁ, তিনি দিন ভাত খাবলৈ নোপোৱা সৰু লৰা এটি চলং-পলংকৈ স্কুললৈ গৈ আছে। মই পাছফালৰপৰা দৌৰ মাৰি গৈ তাক কোলাত তুলি ললোঁ আৰু মোৰ কান্ধত মুখখন থৈ সি লগে লগে শেষ নিশ্বাস ত্যাগ কৰিলে। তাৰ মুখলৈ চাই মই দেখিলোঁ—লঘোনীয়া শুকান গাল দুখনত দুটোপাল শুকান চকুলোৰ দাগ আৰু অভিমানত ঈষৎ ফুলি থকা ওঁঠ দুটাত চিৰকালৰ কাৰণে নিৱৰ হৈ যোৱা প্ৰশ্ন : 'মোক কিয় ভাত খাবলৈ নিদিলা মা ? মই কি বেয়া কাম কৰিছিলোঁ ?'

মই বুজিছোঁ অতি সোনকালেই মই পাগল হৈ যাম। মই আগতেই কৈছোঁ, মই অতি দুৰ্ব্বল মনৰ আবেগ-প্ৰৱণ মানুহ। মই নিশ্চয় পাগল হৈ যাম।

# ॥ ককাদেউতা আৰু নাতি-ল'ৰা ॥

নাতি-লৰা : মই অঙ্ককেইটা কৰি শেষ কৰিলে তুমি গল্প কম বুলি কৈছিলা নহয়! মোৰ অঙ্ক কৰা শেষ হল। এতিয়া গল্প কোৱা। কোৱা আকৌ, নোকোৱা কিয়?

ককাদেউতা : আজি মই গল্প কব নোৱাৰোঁ। তই মাবৰ ওচৰলৈ যা, মাবে মোতকৈ বেছি ভাল গল্প জানে।

নাতি-লৰা : নুশুনো মই মাৰ গল্প। মাই কি যে গল্পবোৰ কয়— একো বুজিবই নোৱাৰোঁ। মই তোমাৰ গল্প হে ভাল পাওঁ ককাদেউতা। তুমিনো আজি গোটেই দিনটো খংমুৰা হৈ কিয় আছা?

ককাদেউতা : মোৰ গাটো ভাল নাই।

নাতি-লৰা : গা ভাল নাই যদি শুই নেথাকা কিয়? তুমি দেখোন গোটেই দিনটো এবাৰো বিচনালৈ যোৱা নাই। মই বুজিছোঁ, গল্প কব লাগে বুলি তুমি ফাকি জুৰিছা। মই কিন্তু গল্প নকলে তোমাক আজি নেৰিছোঁ।

ককাদেউতা : তই ঠিকেই কৈছ পুতু। মোৰ গাটো ভালেই আছে, আচলতে মনটো হে ভাল নাই। মন ভাল নেথাকিলে মানুহে গল্প কব নোৱাৰে।

নাতি লৰা : তোমাৰ মন ভাল লগা নাই কিয়?

ককাদেউতা : তোক সিমানবোৰ কথা কিয় লাগে? আজি মোৰ খং উঠি আছে। তই এতিয়া নিশ্চয় সুধিবি—কাৰ ওপৰত খং উঠিছে? কিয় খং উঠিছে? মোৰ আজি বহুত মানুহৰ ওপৰত খং উঠিছে। কাৰণ সিহঁতে বহুত অন্যায় কাম কৰিছে।—এতিয়া তই যা।



নাতি-লৰা : নেযাওঁ। তুমি গল্প কোৱা।

ককাদেউতা : অ' হৰি, এইটো দেখোন ভাল যম-পেৰেত্‌টো লাগিলহি। ইমানকৈ শুনিব খুজিছ শুন বাৰু। মই কিন্তু আজি ভাল গল্প কব নোৱাৰিম।

নাতি-লৰা : ভাল গল্প নেলাগে, বেয়া এটাকে কোৱা বাৰু।

ককাদেউতা : এসময়ত এখন ৰাজ্য আছিল। ৰাজ্যখনত মানুহ অনুপাতে মাটিৰ পৰিমাণ নিচেই কম। যিখিনি মাটি আছিল সিও তেনেই অসাৰুৱা। ফলত মানুহবোৰৰ অতি শোচনীয় অৱস্থা। কঠিন পৰিশ্ৰম কৰি সিহঁতে যি উপাৰ্জ্জন কৰে তাৰে পেট ভৰাই খাবলৈ নোজোৰে, পেট ভৰাই খাবলৈ নোপোৱাৰ কাৰণে সিহঁতে পৰিশ্ৰম কৰিব নোৱাৰে। এসময়ত সিহঁতৰ মাজত এজন জ্ঞানী মানুহ উপজিল। তেওঁ দেখিলে যে খেতি কৰিবলৈ নতুন ঠাই উলিয়াব নোৱাৰিলে ৰাজ্যৰ মানুহবোৰ লাহে লাহে খাবলৈ নেপাই মৰিব। তেওঁ ঘূৰি-পকি চাই দেখিলে—ৰাজ্যৰ প্ৰায় গাতে লাগি থকা এখন বিশাল অৰণ্য আছে। সেইখন যদি হাবি কাটি মুকলি কৰিব পৰা যায় তেন্তে ৰাজ্যৰ সকলো সমস্যাৰ সমাধান হৈ যায়। ইমান দিনে মানুহবোৰে এলাহৰ কাৰণে আৰু হিংস্ৰ জন্তুৰ ভয়ত হাবি ভাঙিবলৈ সাহস কৰা নাছিল। তেওঁ ৰাজ্যৰ চাৰিওফালে ঘূৰি-ফুৰি মানুহবোৰক হাবি ভাঙিবলৈ উদগাবলৈ ধৰিলে। কিন্তু ভীৰু আৰু এলেহুৱা মানুহক পৰিশ্ৰমৰ কামলৈ টানি অনা সহজ কথা নহয়। প্ৰথমতে মানুহবোৰে তেওঁৰ কথা শুনিবই নুখুজিলে। কিন্তু লাহে লাহে জানিবা দুই-এজনকৈ মানুহে তেওঁৰ যুক্তিত পতিয়ন যাবলৈ আৰম্ভ কৰিলে। সেই মানুহকেইজনকে লৈ জ্ঞানী পুৰুষজনে এটা দল গঠন কৰিলে। স্বাৱলম্বী চেষ্টাৰদ্বাৰা নিজৰ অৱস্থাৰ উন্নতি সাধিবলৈ মানুহবোৰক শিক্ষা দিয়াই হল সেই দলৰ ঘাই উদ্দেশ্য। দলৰ মানুহবোৰে দেশৰ চাৰিওফালে জ্ঞানী পুৰুষজনৰ আদৰ্শ প্ৰচাৰ কৰিবলৈ ধৰিলে। তেওঁলোকে ৰাইজক বুজাবলৈ ধৰিলে যে সকলোৱে একমুঠ হৈ নতুন মাটি মুকলি কৰিবলৈ আগবাঢ়ি নাহিলে তেওঁলোকৰ ভৱিষ্যৎ অতি



অন্ধকাৰ। আনহাতে, তেওঁলোকে যদি এলাহ কাতি কৰি থৈ, আৰু বিপদ-বিঘিনিলৈ ভয় নকৰি হাবিডৰা কাটি মাটিখিনি মুকলি কৰি লয়, তেন্তে তাৰপৰা লাভ হোৱা সম্পদৰ সকলোৱে সমানে ভাগ পাব আৰু সকলোৱে সুখী হব পাৰিব। জ্ঞানী মানুহজন আৰু তেওঁৰ অনুগামীসকলে ৰাজ্যৰ মানুহবোৰৰ চকুত এনে এটা ৰঙীণ ভৱিষ্যতৰ চিত্ৰ দাঙি ধৰিলে যে অৱশেষত এদিন সকলো মানুহ দলে দলে হাবি ভাঙিবলৈ ওলাই আহিল। মানুহবোৰক কামত উৎসাহ দিবৰ কাৰণে জ্ঞানী পুৰুষজন আৰু তেওঁৰ অনুগামীকেইজনে নিজে হাতে-কামে লগাৰ ওপৰিও বিবিধ তেজোদ্দীপক গান গাবলৈ ধৰিলে। সেই গানৰ ছেৱে ছেৱে মানুহবোৰে গছত কুঠাৰ মাৰিবলৈ ধৰিলে। মানুহৰ প্ৰয়োজনৰ কাৰণে অৰণ্যৰ গ্ৰাসৰপৰা মাটিক মুক্ত কৰা অভিযান



আৰম্ভ হল। বহুত দিন গল, মাহ গল, বছৰ গল, বহুত মানুহ দুৰ্ঘটনাত আৰু হিংস্ৰ জন্তুৰ হাতত মৰা পৰিল—কিন্তু এদিন সকলোৰে পৰিশ্ৰম সাৰ্থক আৰু আশা পূৰ্ণ কৰি অৰণ্যৰ গ্ৰাসৰপৰা মুকলি হৈ নতুন মাটি ওলাই পৰিল। হাড়ভঙা পৰিশ্ৰমৰ অৱসান হোৱা বুলি ভাবি মানুহবোৰে আনন্দত নাচিবলৈ ধৰিলে।

ঠিক সেই মুহূৰ্ত্ততে সকলোৰে পথ-প্ৰদৰ্শক জ্ঞানী পুৰুষজনে ইহলীলা ত্যাগ কৰিলে।

আনন্দত উত্ৰাৱল হোৱা মানুহবোৰ বিষাদ সাগৰত বুৰ গল। কিন্তু বিষাদো দীৰ্ঘকাল স্থায়ী নহয়। কিছুদিনৰ মূৰত প্ৰকৃতিস্থ হৈ মানুহবোৰে অবৰ্ণনীয় কষ্ট আৰু পৰিশ্ৰমেৰে মুকলি কৰা নতুন মাটি আবাদ কৰিবলৈ আগবাঢ়িল। কিন্তু ই কি? নতুন মাটিলৈ যোৱাৰ বাট বন্ধ কৰি সমুখত থিয় হৈ আছে এসময়ত সিহঁতৰেই নিজৰ নেতা আৰু জ্ঞানী পুৰুষজনৰ অনুগামীসকল। মানুহবোৰে আচৰিত হৈ সুধিলে—'তোমালোকে আমাৰ বাট বন্ধ কৰিছা কিয়? মাটি মুকলি কৰা হল, এতিয়া আবাদ কৰিবৰ সময়। বলাহঁক সকলোৱে মিলিজুলি মাটিখিনি ভাগ কৰি লওঁ।'

মানুহবোৰৰ কথা শুনি জ্ঞানী পুৰুষজনৰ শিষ্যসকলে অট্টহাস্য কৰি উঠিল। তাৰে এজনে মাত লগালে—'এই মাটিত তোমালোকৰ কি অধিকাৰ আছে? গছ কাটিলেই মাটিৰ ভাগ পায় নেকি? আমাৰ স্বৰ্গীয় নেতাই দল গঠন কৰোঁতে যিসকলে দলত নাম লেখাইছিল কেৱল সেইসকলৰ হে এই মাটিৰ ওপৰত অধিকাৰ আছে। তোমালোকক মাটি ভাঙিবলৈ বুজাওঁতে আৰু সন্মত কৰাওঁতে আমাৰ কম কষ্ট হল নে? আমি ঘৰ-দুৱাৰ এৰি নেখাই-নবৈ টলৌ টলৌকৈ ঘূৰি ঘূৰি তোমালোকক বুজনি দি নুফুৰা হলে আজি এই মাটি মুকলি হলহেঁতেন নে? মনত ৰাখিবা যে এই মাটি কেৱল তোমালোকৰ পৰিশ্ৰমৰ জোৰত মুকলি হোৱা নাই, ই মুকলি হৈছে আমাৰ জোৰত, আমাৰ চিন্তা-শক্তিৰ জোৰত। মনত ৰাখিবা, আমি বাট দেখুৱাইছোঁ, তোমালোকে কেৱল অনুসৰণ কৰিছা। গতিকে এই মাটিত সম্পূৰ্ণ

অধিকাৰ কেৱল আমাৰ। মাটিখিনি কেৱল আমাৰ ভিতৰত হে ভাগ হব। অৱশ্যে তোমালোককো সম্পূৰ্ণ নিৰাশ নকৰোঁ, তোমালোকৰ পৰিশ্ৰমৰ উপযুক্ত প্ৰতিদান দিম। তোমালোকৰ যিসকলে ইচ্ছা কৰা তেওঁলোকে আমাৰ মাটিত আধি বন্দৰস্তত খেতি কৰিব পাৰা। যাৰ যাৰ ইচ্ছা আছে আহি আমাৰ লগত বন্দৰস্ত কৰি যাবা। এতিয়া ভাল লৰাৰ দৰে ঘৰলৈ ঘূৰি যোৱা। শুনিলা ?'

প্ৰথম কেইমুহূৰ্ত্তমান মানুহবোৰে বিস্ময়ত শিলৰ মূৰ্ত্তিৰ দৰে স্তব্ধ হৈ ৰল। সিহঁতে যেন নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰিলে। হঠাৎ সিহঁতৰ মাজৰ এজনে ভীষণ খঙত চিঞৰি উঠিল—'তোমালোকে এইবোৰ কি লৰা-ধেমালি পাতিছা আমাৰ লগত ? হাড়ক মাটি কৰি তেজক পানী কৰি মাটি ভাঙিলোঁ আমি, গৰাকী হবলৈ আহিছা তোমালোক। এদিন এই একেখন মুখেৰেই কোৱা নাছিলা নে যে মাটিখিনি মুকলি হোৱাৰ পিছত সকলোৱে মাজত সমানে ভাগ হব ? আজি কথা ঘূৰাবলৈ অকণো লাজ লগা নাই নে তোমালোকৰ ? ওঁ বুজিছোঁ—মনে মনে সদায় এই মতলবেই আছিল তোমালোকৰ। সমানে ভাগ কৰিম বুলি প্ৰলোভন দেখুৱাই আমাৰ সকলোৱে দ্বাৰা মাটিখিনি ভঙাই লৈ পিছত কেৱল তোমালোকেই গোটেইখিনি মাটি গ্ৰাস কৰিবা। পিছে সেইটো নহব, বাট এৰা। আমাৰ ভাগৰ মাটি আমি দখল কৰিমেই।'

মানুহবোৰ আগবাঢ়িল। বাট ভেটি থিয় হৈ থকাকেইজনেও এনে এটা সম্ভাৱনাৰ কাৰণে প্ৰস্তুত আছিল। হঠাৎ তেওঁলোকে কাপোৰৰ আঁৰত লুকুৱাই থোৱা দা-লাঠী উলিয়াই নিৰস্ত্ৰ মানুহবোৰৰ ওপৰত জঁপিয়াই পৰিল। মানুহবোৰে ভীষণ ভয় খালে। আনটো পক্ষ যে ইমান দূৰ আগবাঢ়িব সিহঁতে ভবাই নাছিল। সিহঁতৰ কেইটামান মৰিল, কেইটামান আহত হল, বাকীবোৰে বিস্ময় আৰু আতঙ্কত হতভম্ব হৈ পলাবলৈ ধৰিলে। বিজয় গৰ্ব্বত অট্টহাস্য কৰি আনটো দল ঘূৰি গল ন-ভঙনীয়া সাৰুৱা মাটিত নতুন সমৃদ্ধিৰ কঠীয়া সিঁচিবলৈ। সেই স্বপ্ন সিহঁতৰ বহুত দিনৰ।





নাতি-লৰা : তুমি দেখোন আৰু নোকোৱা হলা। গল্প শেষ হল নেকি ?

ককাদেউতা : ওঁ, শেষেই হল। আৰু এটা মাত্ৰ বাক্য বাকী আছে। ন-ভঙনীয়া মাটিত খেতি কৰি মাত্ৰ কেইজনমান ঠগ প্ৰৱঞ্চক মানুহে কোৰোণাৰে ধন চপাইছে, বাকী যি হেজাৰ হেজাৰ মানুহে

দেহা মাৰি হাবি ভাঙি মাটি মুকলি কৰিলে—সিহঁতে লঘোনীয়া পেটেৰে মূৰে-কপালে হাত দি দূৰৈপৰা সেই দৃশ্য চাই আছে।

নাতি-লৰা ঃ এইটোনো কি গল্প হল? একো ভাল নেলাগিল মোৰ।

ককাদেউতা ঃ ময়ো ভাল নেপাওঁ এইটো গল্প।

নাতি-লৰা ঃ তুমি ইমান খঙৰ চকুৰে একেথৰে কি চাই আছা ককাদেউতা? তোমাৰ মূৰ্ত্তিটো দেখিলেই ভয় লগা হৈছে।

ককাদেউতা ঃ মই কি চাই আছোঁ জান? সেই মানুহবোৰৰ চকুত জুই জ্বলিছে। মই তাকে চাই আছোঁ। সিহঁতৰ পেটত ভাত নাই, মুখত মাত নাই, উঠিবলৈ গাত শক্তি নাই, সিহঁতে নিৰৱে বহি আছে আৰু সিহঁতৰ তেজেৰে সাৰুৱা হোৱা নতুন মাটিৰ সোণালী শইচ আনে ভোগ কৰা দৃশ্য দূৰৈৰপৰা চাই আছে, কিন্তু সিহঁতৰ চকুত জুই জ্বলিছে। দূৰত সেই মূৰ্খবোৰৰ ইহঁতৰ ফালে ঘূৰি চাবলৈ আহৰিয়েই নাই। কিন্তু আৰু বেছি দিন নাই—যেতিয়া এই সহস্ৰ চকুৰ জুইয়ে দাবানল হৈ সিহঁতক ঘেৰি ধৰিব, সিহঁতক পুৰি ছাই কৰি পেলাব···

নাতি-লৰা ঃ ককাদেউতা, আজি তুমি এইবোৰ কি বলকিছা? মানুহে শুনিলে তোমাক পাগল বুলি হে ভাবিব।

ককাদেউতা ঃ তইনো মোক কি বুলি ভাবিছ?



# চিনাকি

ঃ আমাৰ প্ৰকাশিত সাহিত্য-সম্ভাৰ ঃ

**অণু বৰুৱা ঃ**
॥ দিল্লীৰ ডুখৰীয়া ছবি ॥

**হেম বৰুৱা ঃ**
॥ ইজৰাইল ॥
॥ মন ময়ূৰী ॥
॥ আঁচুফুল ॥

**পদ্ম বৰকটকী ঃ**
॥ জীৱন এষণা ॥
॥ বীতাৰ প্ৰেম ॥
॥ কোনো খেদ নাই ॥

**হোমেন বৰগোহাঞি ঃ**
॥ বিভিন্ন নৰক ॥
॥ গল্প আৰু নক্সা ॥

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ঃ**
॥ শতঘ্নী ॥

**ৰমা দাশ ঃ**
॥ জাহ্নৱী ॥

**কুমাৰ কিশোৰ ঃ**
॥ ৰং আৰু ৰেখা ॥

**নিৰোদ চৌধুৰী ঃ**
॥ নিশিগন্ধা ॥

**মহেন্দ্ৰ বৰঠাকুৰ ঃ**
॥ উদাসী সন্ধ্যা ॥

**উমেশ দত্ত ঃ**
॥ বিপ্লৱী হৰদত্ত ॥ ( নাটক )

**নিৰুপমা বৰগোহাঞি ঃ**
॥ এজন বুঢ়া মানুহ ॥

**আব্দুল মালিক ঃ**
॥ আধাৰশিলা ॥
॥ বহুত বেদনা, এটোপা চকুলো ॥
॥ ৰজনীগন্ধাৰ চকুলো ॥
॥ বনজুই ॥
॥ স্বাক্ষৰ ॥
॥ পৰশ-মণি ॥
॥ জীয়া-জুৰিৰ ঘাট ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ১ম খণ্ড ] ॥
॥ ৰূপতীৰ্থৰ যাত্ৰী [ ২য় খণ্ড ] ॥
॥ শিল আৰু শিখা ॥

**লক্ষ্মীনন্দন বৰা ঃ**
॥ ছাঁ-জুইৰ পোহৰত ॥
॥ মাজত তৃষাৰে নৈ ॥
॥ গঙা চিলনীৰ পাখি ॥
॥ নিশাৰ পূৰবী ॥
॥ অচিন কইনা ॥

**তিলক দাস ঃ**
॥ এই ৰং এই সুৰভি ॥

**হেমলতা বৰা ঃ**
॥ সেউজীয়া পাহাৰৰ মাজে মাজে ॥

**প্ৰেমধৰ দত্ত ঃ**
॥ শঙ্কৰদেৱৰ সাধু ॥

॥ মিত্ৰ এজেঞ্চি এণ্ড কোং ॥ তিনিচুকীয়া ॥ অসম ॥